# ARCHANA.

By

HARIDAYAL PATHAK.

# অৰ্চ্চনা।

(কবিতা)

শ্ৰীহৰিদয়াল পাঠক

প্ৰণীত আৰু প্ৰকাশিত।

সুন্দৰীসত্ৰ, কামৰূপ।

প্ৰথম তাঙৰণ।

১৮৪২ শক।



বেচ ৷৹ আঠ আনা।

পোৱা ঠাই ঃ—

(১) ভট্টাচাৰ্য্য এজেঞ্চি,
বিহাবাৰী, ডিব্ৰুগড় ।

(২) গ্ৰন্থকাৰ,
সুন্দৰীদিয়া, বড়পেটা—পোঃ ।

পৰম পূজনীয়

শ্ৰীযুত মাধৱচন্দ্ৰ পাঠক

পিতাদেৱৰ শ্ৰীচৰণেষু—

পিতা!

শৈশৱতে সিঁচা তব জ্ঞান-ফুল-গুটি,
হিয়াৰ তলিত মোৰ বতৰত ফুটি,
লেবেলা গঁজালি উঠি ধৰিছিলে পাত,
নধৰিলে ফুল পোকে কুঁটিলে হিয়াত।
সিঁচিলোঁ যতন-পানী আজি কেবছৰে,
থেনু ঠন্ ধৰে দেখোঁ, থেনু আৰু মৰে;
গঁজালি পুৱাঁদি তাতে কুঁহিফুল এটি,
যদিওবা গন্ধহীন, আছে দেখো ফুটি।
পাহ পাহ কৰি তাকে পূজাৰ কাৰণ,
আৰু কাব্য-ফুলনিৰ তুলি কেতমান,
অৰ্চ্চনাৰ হেতু তব, আঞ্জলি ভৰাই,
হিয়াত বিৰিঙা ভক্তিৰসেৰে তিয়াই
প্ৰত্যক্ষ দেৱতা জানি দিলোঁ চৰণত;
অকলসৰিয়া পুত্ৰ বন্ধা মন্ত্ৰমত।

সেৱক,

হৰিদয়াল।

# সূচী।

# অৰ্চ্চনা।

---

## অৰ্ঘ্যদান।

এই আছোঁ, এই নাই, বুৱুদ পানীত,
জীৱন কেতিয়া যায় নাই থান্‌থিত্‌,
ভকতি-চন্দন-ধূপে বাতুল চৰণ,
পূজোঁ আজি দয়াময়, লোৱা অৰ্ঘ্যদান।

পুৱাব কেঁচুৱা ৰবি ডেকা দুপৰত,
ক্ৰমে ক্ৰমে তেজহীন সন্ধিয়া-পৰত ;
অৱশেষে ডুব দিয়ে বিশ্ব-সাগৰত,
ৰবিৰ লগতে বিশ্ব লীন এন্ধাৰত।
এই আছোঁ, এই নাই—বুৱুদ পানীত,
জীৱন কেতিয়া যায় নাই থান্‌থিত্‌,
ভকতি-চন্দন-ধূপে বাতুল চৰণ,
পূজোঁ আজি দয়াময়, লোৱা অৰ্ঘ্যদান।

আছিলোঁ কেঁচুৱা নাই সপোনতো দুখ,
ডেকাকালে হৰি নিলে স্বৰগৰ সুখ,
বাহু বুঢ়াকালে আহি দুদিন পিছুতে,
গিলিব জীৱন মোৰ পূৰ্ণ গৰাহতে।

এই আছোঁ, এই নাই—বুদ্বুদ পানীত,
জীৱন কেতিয়া যায় নাই থানথিত,
ভকতি-চন্দন-ধূপে বাতুল চৰণ
পূজোঁ আজি দয়াময়, লোৱা অৰ্ঘ্যদান।

জীৱৰ নিয়ন্তা তুমি বিশ্বৰ আধাৰ,
অলেখ ৰাঙলী ছবি এঁকে সুকযৰ,
পৰে যেন প্ৰতিবিম্ব নদা, পুখুৰীত,
জলকে জলকে নাচি চিন্তা-লহৰীত।
এই আছোঁ, এই নাই—বুদ্বুদ পানীত,
জীৱন কেতিয়া যায় নাই থানথিত,
ভকতি-চন্দন-ধূপে বাতুল চৰণ,
পূজোঁ আজি দয়াময়, লোৱা অৰ্ঘ্যদান।

এই হাত, এই ভৰি, এই নাক, কাণ,
এই দেহ, এই মুখ, এই বুদ্ধি, জ্ঞান,
এই মই, মোৰ বোলা আছে যতমান,
মুদিলে নয়ন হব সপোন সমান।
এই আছোঁ, এই নাই বুদ্বুদ পানীত,
জীৱন কেতিয়া যায় নাই থানথিত,
ভকতি-চন্দন-ধূপে বাতুল চৰণ,
পূজোঁ আজি দয়াময়, লোৱা অৰ্ঘ্যদান।

---

# আবাহন।

হৃদয়-আসন পাতি, বহি আছোঁ মই,
মোৰ খুদ্ৰ দেহ-মন্দিৰত,
ক'তা তুমি? নাহিলাতো হে মোৰ দেৱতা,
ক'ত তুমি বলা আঁতৰত?

আছা কিবা আকাশৰ নীলিমা-বুকত,
গ্ৰহ, তৰা আদিত লুকাই?
সোণালী বৰণ-সনা গিৰি-শিখৰত,
সন্ধিয়াৰ মেঘত সোমাই?
আছা কিবা সাগৰৰ অতল সলিলে
ৰূপালী সাজটি গাত লই?
ধুমুহাৰ খৰবোৱা প্ৰখৰ চাটিত,
ডাৱৰত তিৰ্‌বিৰ্ হই?

আছা কিবা বসন্তৰ প্ৰকৃতি-কুঞ্জত,
মধুময় চৰাই গীতত?
আছা কিবা শৰতৰ জোনৰ হাঁহিত,
জাবকালি কাঁচলি বদত?
আছা কিবা ৰূপহীৰ লাৱণী মুখত,
কেচঁুৱাৰ গোলাপী হাঁহিত?
আছা কিবা তটিনীৰ কল্ কল্ গীতে,
ভকতৰ হৃদয়ধ্বনিত?

ক'ত তুমি ? গলা কেনি ? নাপাওঁ সন্ধান,
শূন্য বল মোৰ হৃদাসন,
জ্ঞানহীন নৰ মই চাওঁ বাহিৰত,
অন্তৰতে আছা বিদ্যমান।

---

## কোন দিন ?

কোন দিন ? কোন দিন ? হেৰা দয়াময়,
তোমাৰ বিৰাট দেহে মোৰ হব লয় ?
অতৃপ্ত বাসনা মোৰ আকাঙ্ক্ষা হিয়াৰ,
তোমাৰ সুৰতে যাব সমূলিকে মাৰ ?
কোন দিন আত্ম-পৰ, ভাই-বন্ধু ভুলি,
ময়ো তাৰ, সিও মোৰ, ধৰোঁ আকোঁৱালি ?
কোন দিন তন্দ্ৰাগই চিৰ টোপনিত,
উদাস পৰাণ ৰাখি বাতুল ভৱিত,
শত কোটী অপৰাধ ক্ষমাভিক্ষা চাওঁ,
মোৰ মইত্ব প্ৰভো, তোমাত মিলাওঁ ?
কোন দিন ? কোন দিন ? হেৰা দয়াময়,
তোমাৰ বিৰাট দেহে মোৰ হব লয় ?

---

# বিশ্ব-প্ৰেম।

তোমাৰ প্ৰেমত মতলীয়া সবে
বিশ্বত আজি অনন্ত প্ৰেম,
চেনেহ, প্ৰীতিৰ, নাইত অভাৱ,
লাজ, অপমান আৰু ভেম।

নাচে তৰুৰাজি, প্ৰেমৰ আবেগে,
দুই বাহু মেলি সাদৰীক,
ধৰিছে সাৱটি, হাঁহিছে লাজুকী
বুকত সোমাই মিছ্‌মিছ্‌।

পুখুৰী-পাৰত, ফুলিছে পদুম,
ৰূপে, ৰসে কেনে ভোলগই,
ৰলীয়া ভোমোৰা চুমে ঘনে ঘনে,
চুমাৰ দেখো আজৰি নাই!

সন্ধিয়া আহিল, ভোমৰা নাহিল,
মানাপমানে মানিনী বাই,
গোটেই ৰাতিটো চকুলো টুকিছে
বেজাৰতে মুখ ওলমাই?

তৰুণী কাবৰি বেজাৰ মনেৰে,
ভেঁটেও চাইছে জোনলই,

ক'ত তুমি ? গলা কেনি ? নাপাওঁ সন্ধান,
শূন্য বল মোৰ হৃদাসন,
জ্ঞানহীন নৰ মই চাওঁ বাহিৰত,
অন্তৰতে আছা বিদ্যমান।

---

## কোন দিন ?

কোন দিন ? কোন দিন ? হেৰা দয়াময়,
তোমাৰ বিৰাট দেহে মোৰ হব লয় ?
অতৃপ্ত বাসনা মোৰ আকাঙ্ক্ষা হিয়াৰ,
তোমাৰ সুৰতে যাব সমূলিকে মাৰ ?
কোন দিন আত্ম-পৰ, ভাই-বন্ধু ভুলি,
নয়ো তাৰ, সিও মোৰ, ধৰোঁ আকোঁৱালি ?
কোন দিন তন্দ্ৰাগই চিৰ টোপনিত,
উদাস পৰাণ ৰাখি বাতুল ভৰিত,
শত কোটী অপৰাধ ক্ষমাভিক্ষা চাওঁ,
মোৰ মহত্ব প্ৰভো, তোমাত মিলাওঁ ?
কোন দিন ? কোন দিন ? হেৰা দয়াময়,
তোমাৰ বিৰাট দেহে মোৰ হব লয় ?

---

# বিশ্ব-প্ৰেম।

তোমাৰ প্ৰেমত মতলীয়া সবে
বিশ্বত আজি অনন্ত প্ৰেম,
চেনেহ, প্ৰীতিৰ, নাইত অভাব,
লাজ, অপমান আৰু ভেম।

নাচে তৰুৰাজি, প্ৰেমৰ আবেগে,
দুই বাহু মেলি সাদৰীক,
ধৰিছে সাৰটি, হাঁহিছে লাজুকী-
বুকত সোমাই মিছ্‌মিছ্।

পৃথুৰী-পাৰত, ফুলিছে পদুম,
ৰূপে, ৰসে কেনে ভোলগই,
ৰলীয়া ভোমোৰা চুমে ঘনে ঘনে,
চুমাৰ দেখো আজৰি নাই!

সন্ধিয়া আহিল, ভোমৰা নাহিল,
নানাপমানে মানিনী বাই,
গোটেই ৰাতিটো চকুলো টুকিছে
বেজাৰতে মুখওলমাই?

ওৰণী কাবৰি বেজাৰ মনেৰে,
ভেঁটেও চাইছে জোনলই,

গোটেই দিনটো নাহিল গতিকে,
অপমানে যেন মৰিব গই !

মেঘৰ কোলাত শোভিছে বিজুলী,
মিছিকীয়া এটি হাঁহি মাৰি,
শুনি গৰজনি, ধৰিছে সাবটি,
খেলাই প্ৰেমৰ লুকাচুৰি ।

গিৰিৰ জীয়াৰী লই চোৰা কেনে,
এখনি কোমল ভৰাবুক,
বাধা, বিঘিনিক নামানি আহিছে,
ধৰিছে সাবটি নাগৰক ।

বিশ্বত আজিতো মহা প্ৰেমমেলা,
প্ৰেমে মতলীয়া সকলোই,
বিশ্ব-প্ৰেমে আজি মতলীয়া মযো,
তোমাৰ প্ৰেমত প্ৰেমময় !

——— —— -

# কপটী সাধু।

হ'ক শাস্ত্রবিশাৰদ, পণ্ডিত পৰম,
বিষয়ত সদা যদি থাকে লিপ্ত মন,
আপোন স্বাৰ্থৰ হেতু খাটে ৰাতি, দিন,
হেপাহ নাযায় যদি হৃদয়ত জীণ।
কুচিন্তা-প্ৰসূতী লই কৰে গৃহবাস,
বৃথাই বোলয় সাধু বৃথা ধৰ্ম্ম আশ।

হ'ক গম্ভীৰ মূৰ্ত্তি ৰূপে ৰতিপতি,
থাকে হৃদয়ত যদি কুটীলা কুনীতি;
ইন্দ্ৰিয়ৰ দাস হই মগ্ন বিষয়ত,
আনৰ সৌভাগ্য দেখি অসূয়া মনত,
নইমত অহঙ্কাৰ ঐশ্বৰ্য্যৰ দাস,
বৃথাই বোলয় সাধু, বৃথা ধৰ্ম্ম আশ।

থাকক নগুণ কিম্বা এহাত টিকনি,
উঠোতে বহোতে মুখে সদা ৰাম বাণী,
যদি জীৱে সমজ্ঞান শূন্য সিটো হয়,
কণা, খোঁৰা, দুখীয়াক দয়া নকৰয়,
পৰস্ব হৰণ কৰে, বাসনাৰ দাস,
বৃথাই বোলয় সাধু, বৃথা ধৰ্ম্ম আশ।

গলে তুলসীৰ মালা, অগৰু-চন্দন,
কৰ'ক তীৰ্থৰ যত প্ৰসাদ ভোজন;
কৰে সজ্জনক নিন্দা, সদা মইমত,
ক্ষমা, দয়া, ভক্তিৰস নাই অন্তৰত;
অসন্তুষ্ট, মোহ, কামনাৰ মেৰি পাশ,
বৃথাই বোলয় সাধু, বৃথা ধৰ্ম্ম আশ।

হ'ক সমাজৰ গুৰু, পূজ্য হাজাৰৰ,
হিংসা, ঈৰ্ষা, দ্বেষ থাকে মনৰ মাজৰ,
মন, মুখ দুয়ো যদি সতিনী ভাৱত,
পৰনিন্দা কৰি পাৰে তৃপিতি মনত।
ধৰ্ম্মত বিশ্বাস হীন, অসত্যৰ দাস,
বৃথাই বোলয় সাধু, বৃথা ধৰ্ম্ম আশ।

এই চুৰা, এই ভাল, পিন্ধক কিংখাপ,
পৈতৃক সম্পত্তি জাতিটোও ভালে থাকে;
থাক'ক সংসাৰ এৰি বন, পৰ্ব্বতত,
উদাসীন ভাবে কিবা কঠোৰ ব্ৰতত।
[illegible] থাকু পৰ,
[illegible] কৰমৰ;
[illegible] থাকে সংসাৰৰ মিছা কষ্টে বাস,
বৃথাই বোলয় সাধু, বৃথা ধৰ্ম্ম আশ।

———

# মহাযাত্ৰা ।

অতীত কেনিবা গল ভুকুকাই মোক,
ভৱিষ্যত ভয়লগা এন্ধাৰ গৰ্ভত,
আছে বৰ্ত্তমান, সিও বিশ্বাস ঘাটক,
কেনি জানো এৰি যায় জীৱন বাটত !

ভু-ভা নাপাই মই অজান ঠাইত,
হেৰাওঁবা পাচে মোৰ পাথেয় সম্বল ;
চকুতে চকুতে ৰাখি, বুলি খোজে খোজে,
কৰিছোঁ মহান যাত্ৰা কৰি পল পল ।

আহিবৰ কালে মোক নিন্দা, গাৰিহণা
কৰিলে কতনা লোকে বুদ্ধিহীন বুলি,
নিমাত ভাবেৰে বলোঁ, মিছিকাই হাঁহি,
লৰালৰি কৰি দিলোঁ কাণত আঙুলী

স্বাৰ্থৰ জোলোঙাখন ডাঙিব নোৱাৰি,
আধা বাটতেই দিলোঁ বননিত কেলি;
বান্ধিছিলোঁ চেনেহেৰে হৃদয়-হুৱাৰ,
আহিবৰ কালে দিলোঁ জৰিছিঙি মেলি ।

বদ, বৰষুণ আহে, আহক, আহক,
পিঠি দিছোঁ আজি মই দুখ, মৰণক ।
অকাৰণ বাধা দিব নোখোজোঁ এতিয়া,
দুহাত পাতিয়ে আছোঁ আহক, আহক !

গলে তুলসীৰ মালা, অগৰু-চন্দন,
কৰ'ক তীৰ্থৰ যত প্ৰসাদ ভোজন;
কৰে সজ্জনক নিন্দা, সদা মইমত,
ক্ষমা, দয়া, ভক্তিৰস নাই অন্তৰত;
অসন্তুষ্ট, মোহ, কামনাৰ মেৰি পাশ,
বৃথাই বোলয় সাধু, বৃথা ধৰ্ম্ম আশ।

হ'ক সমাজৰ গুৰু, পূজ্য হাজাৰৰ,
হিংসা, ঈৰ্ষা, দ্বেষ থাকে মনৰ মামৰ,
মন, মুখ দুয়ো যদি সতিনী ভাবত,
পৰনিন্দা কৰি পাৱে তৃপিতি মনত।
ধৰ্ম্মত বিশ্বাস হীন, অসত্যৰ দাস,
বৃথাই বোলয় সাধু, বৃথা ধৰ্ম্ম আশ।

এই চুৰা, এই ভাল, পিন্ধক কিংখাপ,
পৈতৃক সম্পত্তি জাতিটোও ভালে থাকে;
থাক'ক সংসাৰ এৰি বন, পৰ্ব্বতত,
উদাসীন ভাবে কিবা কঠোৰ ব্ৰতত।
[illegible] থাকে পৰ,
[illegible] কৰমৰ;
[illegible] থাকে সংসাৰৰ মিছা কষ্টে বাস,
বৃথাই বোলয় সাধু, বৃথা ধৰ্ম্ম আশ।

———

# মহাযাত্ৰা ।

অতীত কেনিবা গল ভুককাই মোক,
ভবিষ্যত ভয়লগা এন্ধাৰ গৰ্ভত,
আছে বৰ্ত্তমান, সিও বিশ্বাস ঘাটক,
কেনি জানো এৰি যায় জীৱন বাটত!

ভু-ভা নাপাই মই অজান ঠাঁইত,
হেৰাওঁবা পাচে মোৰ পাথেয় সম্বল ;
চকুতে চকুতে ৰাখি, বুলি খোজে খোজে,
কৰিছোঁ মহান যাত্ৰা কৰি পল পল।

আহিবৰ কালে মোক নিন্দা, গাৰিহণা
কৰিলে কতনা লোকে বুদ্ধিহীন বুলি,
নিমাত ভাবেৰে ৰলোঁ, মিছিকাই হাঁহি,
লৰালৰি কৰি দিলোঁ কাণত আঙ্গুলী

স্বাৰ্থৰ জোলোঙাখন ডাঙিব নোৱাৰি,
আধা বাটতেই দিলোঁ বননিত কেলি;
বান্ধিছিলোঁ চেনেহেৰে হৃদয়-দুৱাৰ,
আহিবৰ কালে দিলোঁ জৰিছিঙি মেলি।

বদ, বৰষুণ আহে, আহক, আহক,
পিঠি দিছোঁ আজি মই দুখ, মৰণক।
অকাৰণ বাধা দিব নোখোজোঁ এতিয়া,
দুহাত পাতিয়ে আছোঁ আহক, আহক!

সাৰেঁ৷ বুলি মিছাকৈয়ে মৰণৰ হাত,
নাৰবীয়া দৰে পাচে পৰি ধুমুহাত,
চিয়ঁৰি ভোকত আৰু বাগৰি বালুত,
নোখোজোঁ নোখোজোঁ শুব মৰণ-শয্যাত।

---

# নির্লিপ্ততা।

শান্তিৰ কুঞ্জত বাথা প্ৰভু, মোক
কোঢ়ালৰ পৰা আঁতৰাই,
ৰদ, বতাহৰ, চেঁচনি হিমৰ
নালাগে যাৰ যেন ছুনাই।

ভাবনাৰ সোঁতে, হৃদয়-যুলিত
উটাই আনিলে জাহি-জুহি;
মেলি দিবা মোৰ হৃদয়-তুৱাৰ
গোটেই বিশ্ব যা'ক ভাহি।

মানস-পটত জিলিকিব যেবে
নানা বৰণৰ প্ৰেম-ছবি;
বিশ্ব-পট প্ৰভো ফেলি দিবা তুমি
মাৰ যা'ক মোৰ স্মৃতিৰবি।

এন্ধাৰৰপৰা আহিছোঁ-যেতিয়া
এন্ধাৰতে থাকোঁ—তাকে চাওঁ
যদিহে তোমাৰ দিব্য জেউতিৰে
এন্ধাৰতো মই দেখা পাওঁ।

---

# ধনিৰ প্ৰতি।

কিয় হেৰা ধনি, নিৰথি নিজক,
তুচ্ছ মানি যত নিচলা জীৱক,
কুৱা গৰৱতে মূৰে ভৰি কাঢ়ি,
কিয়, কিয় হেৰা, এনে আস্ফালি ?
পিন্ধিছা যি তুমি চকু-ৰোৱা সাজ,
বিজালে বিশ্বত নাই তাৰ কাজ ;
এখিলিকা পাত পখিলা একণ
ময়ূৰ ময়ূৰী কিনো বিতোপন !
যদি কোৱা তুমি চহকী ধনৰ,
নাই মোল তাৰো শুনাচোঁ উত্তৰ ;
কত মণিমুক্তা, হীৰা আকৰত
লাগে কি কামত ? থাকে এন্ধাৰত।
মতলীয়া হই আপোন সুখত,
মোহে অন্ধ থাকি সদা বিষয়ত,

কিয় চোৰা হেৰা, চকু কেৰা কৰি.
হৰি নিচলাৰ কণ সুখকেৰি ?
নাজানানে তুমি এই মৰতত,
কত ৰজা কত বীৰ সময়ত,
কতনা বিদ্বান, কত ৰূপৱান
লৰা, বুঢ়া, ডেকা কমনো কিমান
কত ধনী,মানী তোমাৰেই দৰে
ধৰা তোলপাৰ কৰি প্ৰতাপেৰে,
কেনি ক'ত গল ? নাই সোঁৱৰণী
তাকে ভাবি মই মৰোঁ গুণি গুণি।
নিজ কাঁচুটিহে ধৰি যাবা তুমি
কিয়নো নোচোৰা হেৰা, মনে গুণি ?
ৰূপ, ধন, ভেম সউ শ্মশানত
দেই-পুৰি যাব জুইৰ ডাকত।
সন্তোষ-সৰত নকৰিলে স্নান
নাই শান্তি, কিয় হেৰাইছা জ্ঞান ?
দয়া-অমিৰিতে লেপি হিয়াখন
পিন্ধা যশ-গুণ-ৰূপ আভৰণ।
এৰি দিয়া ভেম, হিংসা কপটালি
যত ধুন-পেঁচ, মইময়তালি।
আতমা, আতমা বিভুৰ সন্তান,
চহকী, দুখীয়া সকলো সমান।
বি দুদিন আছা এই মৰতত.
লোৰা দুখী, সুখী সাবটি বুকত।

বিধাতাৰো এয়ে উদ্দেশ্য মহান
চন্দ্ৰ, সূৰ্য্য, বায়ু প্ৰত্যক্ষ প্ৰমাণ।

---

## দুটি ভয়।

বিধাতাৰ শ্ৰেষ্ঠ জীৱ নৰৰ হিয়াত,
দুটি ভয় অতি শ্ৰেষ্ঠতৰ ;
ত্ৰিতাপত জাগি-উঠা দুখৰ ছবিটি,
ছায়ামায়া আৰু মৰণৰ।

কিন্তু ই কমল দুটি অমৃত-সৰত,
নুবুজেতো ক্ষুদ্ৰবুদ্ধি নৰ ;
সাহসত ভৰকৰা প্ৰয়াসী বিজন,
সি গৰাকী অমিয় সুখৰ।

দুখত চকুলো টুকি এমুঠি নাখালে,
নিতিতিলে নাজনিশা গাৰু ;
হে মানৱ, পাহৰিলা—তুমি কোন ? কাৰ ?
কি উদ্দেশ্যে আহিছানো আৰু।

বিয়োগ জনিত দুখ সমাদৰি লোৱা
তোমাকেহে শুভবাৰ্ত্তা কয় ;
নানিবা মনত তুমি, সবাৰো গৃহত,
এড়ুখুৰি পীৰা থালি ৰয়।

কিয় চোৰা হেৰা, চকু কেৰা কৰি,
হৰি নিচলাৰ কণ সুখকেৰি ?
নাজানানে তুমি এই মৰতত,
কত ৰজা কত বীৰ সময়ত,
কতনা বিদ্বান, কত ৰূপৱান
লৰা, বুঢ়া, ডেকা কমনো কিমান
কত ধনী,মানী তোমাৰেই দৰে
ধৰা তোলপাৰ কৰি প্ৰতাপেৰে,
কেনি ক'ত গল ? নাই সোঁৱৰণী
তাকে ভাবি মই মৰো গুণি গুণি।
নিজ কাঁচুটিহে ধৰি যাবা তুমি
কিয়নো নোচোৰা হেৰা, মনে গুণি ?
ৰূপ, ধন, ভেম সউ শ্মশানত
দেই-পুৰি যাব জুইৰ ডাকত।
সন্তোষ-সৰত নকৰিলে স্নান
নাই শান্তি, কিয় হেৰাইছা জ্ঞান ?
দয়া-অমিৰিতে লেপি হিয়াখন
পিন্ধা যশ-গুণ-ৰূপ আভৰণ।
এৰি দিয়া ভেম, হিংসা কপটালি
যত ধুন-পেচ, মইময়তালি।
আতমা, আতমা বিভুৰ সন্তান,
চহকী, দুখীয়া সকলো সমান।
যি দুদিন আছা এই মৰতত,
লোৰা দুখী, সুখী সাবটি বুকত।

বিধাতাৰো এয়ে উদ্দেশ্য মহান
চন্দ্ৰ, সূৰ্য্য, বায়ু প্ৰত্যক্ষ প্ৰমাণ।

---

## দুটি ভয়।

বিধাতাৰ শ্ৰেষ্ঠ জীৱ নৰৰ হিয়াত,
দুটি ভয় অতি শ্ৰেষ্ঠতৰ ;
ত্ৰিতাপত জাগি-উঠা দুখৰ ছবিটি,
ছায়ামায়া আৰু মৰণৰ।

কিন্তু ই কমল দুটি অমৃত-সৰত,
নুবুজেতো ক্ষুদ্ৰবুদ্ধি নৰ ;
সাহসত ভৰকৰা প্ৰয়াসী বিজন,
সি গৰাকী অমিয় সুখৰ।

দুখত চকুলো টুকি এমুঠি নাখালে,
নিতিতিলে মাজনিশা গাৰু ;
হে মানব, পাহৰিলা—তুমি কোন ? কাৰ ?
কি উদ্দেশ্যে আহিছানো আৰু।

বিয়োগ জনিত দুখ সমাদৰি লোৱা
তোমাকেহে শুভবাৰ্ত্তা কয় ;
নানিবা মনত তুমি, সবাৰো গৃহত,
এড়ুখুৰি পীৰা খালি ৰয়।

আৰ মৃত্যু !—মিছা কথা—মৃত্যু বুলি নাই,
ৰূপান্তৰ এই শৰীৰৰ ;
স্বৰ্গৰ দুৱাৰদলি সোমাবা যেতিয়া
ঢাকনিহে মাথোঁ ডাৱৰৰ।

মৰণও দুখহীন—কালে সময়ত,
আলফুলে বাথিবহি হাত ;
সুদক্ষ বায়ন যেন হাতৰ টিপতে,
যন্ত্ৰ তাৰ কৰেহি নিমাত।

কি ভয় তোমাৰ তেন্তে ? পাল তুলি দিয়া,
ধৰ্ম্মৰ পতাকা লই আগে ;
আহক ধুমুহা, ঢউ—দুখ, মৰণৰ,
( কোবঁা ) থাক্ যিবা থাকে মোৰ ভাগে।

---

# আত্মা-পৰমাত্মা।

দয়াময়, চিৰকাল আপদে, বিপদে
তোমানেই ওচৰত' আহি,
উদাঙাই হিয়া মোৰ, চকুলোৰে তিতি
বাতুল চৰণ দিও ভাহি।

সুখৰ বিজুলী যেবে কৰে তিৰ্ বিৰ্
মাৰ যায় জ্ঞানচন্দ্ৰ মোৰ ;
বিৰহিণী চকোৰিণী মাতে সপোনত
'নিৰদয় চকোৰ, চকোৰ।'

ভেটবাণী নিশাৰাণী নিৰাশ আবেগে
দীৰ্ঘ হুমুনিয়া এৰি কলে—
'দিনত পুৰিলোঁ, ৰাতি চকু উথহিল,
নিৰদয়, দয়া আছে বলে ?'

মেঘৰ আঁৰতে চন্দ্ৰ ভুমুকি মাৰিলে,
আশাৰ কিৰণ পৰি গাত,
চমকিল বিৰহিণী, চাই ওপৰত
কুমুদিনী গা পৰে শাত।

মায়া-মাৰীচিকা কাঁদে পৰি আছোঁ মই
নিমগন চিন্তাৰ চাকত ;
তথাপি হিয়াত জাগে তোমাৰ ৰাগিণী
প্ৰাণনাথ! তুমি ক'ত, ক'ত ?

বহুদূৰে, অতিদূৰে স্বৰগী আসনে
মই পৰি আছোঁ নৰকত,
তথাপিতো প্ৰাণে প্ৰাণে অভেদ বান্ধনি
আতমাটি আতমা বুকত।

---

আৰ মৃত্যু !—মিছা কথা—মৃত্যু বুলি নাই,
ৰূপান্তৰ এই শৰীৰৰ ;
স্বৰ্গৰ দুৱাৰদলি সোমাবা যেতিয়া
ঢাকনিহে মাথোঁ ডাৱৰৰ।

মৰণও দুখহীন—কালে সময়ত,
আলফুলে ৰাখিবহি হাত ;
সুদক্ষ বায়ন যেন হাতৰ টিপতে,
যন্ত্র তাৰ কৰেহি নিমাত।

কি ভয় তোমাৰ তেন্তে ? পাল তুলি দিয়া,
ধৰ্ম্মৰ পতাকা লই আগে ;
আহক ধুমুহা, ঢউ—দুখ, মৰণৰ,
( কোবঁ। ) থাক্ যিবা থাকে মোৰ ভাগে।

---

# আত্মা-পৰমাত্মা।

দয়াময়, চিৰকাল আপদে, বিপদে
তোমাবেই ওচৰত' আছি,
উদাঙাই হিয়া মোৰ, চকুলোৰে তিতি
ৰাতুল চৰণ দিওঁ ভাহি।

সুখৰ বিজুলী যেবে কৰে তিৰ্ বিৰ্
মাৰ যায় জ্ঞানচন্দ্ৰ মোৰ ;
বিৰহিণী চকোৰিণী মাতে সপোনত
'নিৰদয় চকোৰ, চকোৰ।'

ভেটবাণী নিশাৰাণী নিৰাশ আবেগে
দীৰ্ঘ হুমুনিয়া এৰি কলে—
'দিনত পুৰিলোঁ, ৰাতি চকু উথহিল,
নিৰদয়, দয়া আছে বলে ?'

মেঘৰ আঁৰতে চন্দ্ৰ ভুমুকি মাৰিলে,
আশাৰ কিৰণ পৰি গাত,
চমকিল বিৰহিণী, চাই ওপৰত
কুমুদিনী গা পৰে শাঁত।

মায়া-মাৰীচিকা ফাঁদে পৰি আছোঁ মই
নিমগন চিন্তাৰ চাকত ;
তথাপি হিয়াত জাগে তোমাৰ ৰাগিণী
প্ৰাণনাথ! তুমি ক'ত, ক'ত ?

বহুদূৰে, অতিদূৰে স্বৰগী আসনে
মই পৰি আছোঁ নৰকত,
তথাপিতো প্ৰাণে প্ৰাণে অভেদ বান্ধনি
আতমাটি আতমা বুকত।

---

# নৰজীৱনৰ বৈষম্যতা।

পৰাণ-পখীৰ সজা, এয়েতো শৰীৰ,
পঞ্চভূত মিলি গঁথা টেঁটোন বিধিৰ।
একেই ধৰণে সজা, একে উপাদানে,
একে পখী বাস কৰে পোহন নামানে!
তথাপি বিধাতা তাতে দিলে ভেদাভেদ,
আপোনাৰ মহিমাৰ দেখাই সম্ভেদ।

কেওঁ ৰাজসিংহাসনে, শত শত দাসী
চামৰ, ব্যজন ধৰি সেৱে দিবানিশি।
মাণিক, মুকুতা হীৰা দুৰ্লভ ৰতন
সদা কৰে অন্তেষত আভা বিতৰণ।
আঙ্গুলী সঙ্কেতে যায় হাজাৰৰ প্ৰাণ,
ভুমুকি নামাৰে ডৰে এনেকি তপন।

কেওঁবা পঁজাত বহি ৰাতিদিন চাই,
নিৰাশা বুকত লই নীৰবে বিনায়।
সুখৰ সপোন দেখে কলাঘুমটিত,
চিন্তাৰ চাকত ঘুৰি নাই থান্‌থিত।
অলপো জিৰণি নাই, সদাই কামত,
তথাপি নিমিলে তাৰ দুসাজ ভোকত।

কেওঁবা ৰিজন বনে সাধনা বুকত,
আশাৰ প্ৰতিমা সাজি তাৰেই আগত,

জীৱন আহুতি দিছে, বদ ববমুণ,
বাগৰি শৰীৰে বায় নাপায়েই গন।
সংসাৰ বিবাগী আত্মা, সংসাৰ-বনত,
মহান সাধনা সাধি, সদা ধিয়ানত।

কেওঁ ধনী চিৰকাল যাতনা-শয্যাত,
কাঢ়ে হুমুনিয়া চাই মৰণৰ বাট ;
অদোল সম্পত্তি তাৰ দুখৰ কাৰণ,
ভাবে সংসাৰত মাথোঁ সুখী সুহৃজন।
কেহোঁ বলে মহাবলী, জ্ঞানৰ নাটনি,
'ধিক্ ! মোক ধিক্ ! বুলি টোকে চকু-পানী।

চোৱা সৌ এটি আৰু গছৰ তলত,
বুকু ভুকিয়াই কান্দে মনৰ দুখত !
পুৱাতে ওলাই গল ভিক্ষা মাগি মাগি
দিনান্তে এমুঠি তাৰ নিমিলিল আজি।
সংসাৰত নাই তাৰ মোৰ বুলিবৰ,
গছৰ তলত থাকে সেয়ে তাৰ ঘৰ।

সৃষ্টিৰ বৈষম্য দেখি নব-জীৱনত,
সামঞ্জস্য ভাব আৰু আন সকলোত,
গুণি, গুণি, মবোঁ মই উৱাদিহ নাই,
কিনো ইচ্ছা বিধাতাৰ হিয়াত খেলাই !
মানুহ জীৱনো একে আদিত, অন্তত,
ভেদাভেদ তেন্তে কিয় মাজ ডোখৰত !

---

# মায়াৰ বন্ধন।

বান্ধা প্ৰভো, মোক যত ইচ্ছা তুমি
লোহাৰ শিকলি ধৰি ;
ৰাখিবা মাথোন মুকলি ভাবেৰে
যি কালে তোমাৰ ভৰি

ফেলি দিয়া মোক এন্ধাৰ কূপত
নকৰোঁ অকণো ভয় ;
তোমাৰ জ্যোতিৰ কিৰণ এছটা
যদিহে চকুত বয়।

ঘুৰি ফুৰোঁ মই আঁউসী ৰাতিত
তিতি-ভিজি ধুমুহাত ;
যদি মাজে মাজে চমকে বিজুলী
চকু মাৰি মোৰ চাত্।

ধূলিত বাগৰি থাকোঁ চিৰকাল,
নহও পবিত্ৰ মই ;
যদিহে তোমাৰ চৰণৰ ধূলি
আথ্‌কেৰি বান্ধি বয়।

ছট্‌ফট্ কৰি থাকোঁ মই সদা,
বিষয়-বিহক খাই ;
যদি তাৰ জালে তোমাৰ কৰম
দিয়ে মোক সোঁৱৰাই।

# কাকুতি।

নালাগেহে প্ৰভো, একোকেই মোক,
যি দিছিলা নিয়া পুনৰায় ;
বাটকৰা মই যাম বহুদূৰ,
মোৰ কি সম্বল নিয়া যুৰায় !

ভাঙি গৈছে বুক, লাগিছে ভাগৰ
মুখেৰে নসৰে এটি মাত ;
বদে বৰষুণে, কত থালে, বামে,
বুলিছোঁ কতনা মই বাট !

ঝুলি সাৰ কৰি প্ৰাণ মাত্ৰ ধৰি
তোমাৰ উদাৰ দুৱাৰত
খুজি খুজি থাম কি কামে লাগিব
হীৰা, মুকুতা বা মাণিকক ?

নিয়া প্ৰভো, মোক নালাগে একোকে
যিবা আছে মোৰ সকলোই ;
কৰিছোঁ কাকুতি নিনিবা নিনিবা
জ্ঞান কেবা মোৰ ওভটাই।

---

# আমিত্বৰ আত্মহত্যা।

মোৰ মোৰ মোৰ বুলি যি আছিল মোৰ,
বাটি দিছোঁ সকলোকে, ময়ো সকলোৰ।
জুৰি যেন পৰ্ব্বতৰ নামানি বিঘিনি,
অনন্তৰ কালে গৈছোঁ ক'ত তুমি তুমি?
চিন্তাৰ লহৰী ঘনে উঠে হৃদয়ত
বাসনা, কামনা হানে মৰম-স্থানত।
তথাপিতো গম নাই তুমি প্ৰিয়তম
বাসনা, কামনা মোৰ সাধনাৰ স্থান।

তোমাৰ অনন্ত প্ৰেমে ঢালি আজি প্ৰেম,
মোৰ মইত্ব ভাব, মোৰ মই নাম,
জীৱনৰ মহাযাত্ৰা পেলামহি ওৰ;
লীন হব তোমাতেই ছাঁয়াটিও মোৰ।
বিৰাটৰ গৰভত বিশ্ব যাব মাৰ
আহা! কি যুগল ৰূপ আত্মাৰ আত্মাৰ!
ময়ো তাৰ, সিও মোৰ, তুমি সকলোৰ,
ভিন্ ভিন্ প্ৰতিবিম্ব একে, সুন্দৰ।

---

## বুজনি।

অন্ধমন, এতিয়াও নললি বুজন
এতিয়াও কল্পনাৰ দেখিছ সপোন।
বাসনাৰ সুকোমল তুলি-গাৰুলই
আশাৰ কঁাচলি ৰদে ৰলি তই শুই,

নাভাবিলি জীৱনৰ পুৰ তি কালৰ,
এধান মাথোন সুখ, সিও পলকৰ,
যৌবন-হুকুজে দিব থপে দেই-পুৰি
কটাবি গোটেই দিন ছট্‌ফট্ কৰি।

সন্ধিয়াৰ জুৰবায়ু নকৰিব শাঁত,
নিৰাশাৰ ভেঙুচালি, বিকর্থনা মাত
সাৰ হব জীৱনৰ; জানিবি তেতিয়া
বাৰিষা নাথায় ধান, আগ বতৰীয়া।

---

## তটিনী-পাৰত।

চিন্তাৰ আবেগে গই তটিনী-পাৰত
আছিলোঁ এদিন মই সন্ধিয়াপৰত।
দেখিলোঁ শোকৰ উৰ্ম্মি তটিনী-হিয়াৰ
হায়! হায়! কৰি ভাঙে আপোনাৰ পাৰ।

# আমিত্বৰ আত্মহত্যা।

মোৰ মোৰ মোৰ বুলি যি আছিল মোৰ,
বাটি দিছোঁ সকলোকে, ময়ো সকলোৰ।
জুৰি যেন পৰ্ব্বতৰ নামানি বিঘিনি,
অনন্তৰ ফালে গৈছোঁ ক'ত তুমি তুমি ?
চিন্তাৰ লহৰী ঘনে উঠে হৃদয়ত
বাসনা, কামনা হানে মৰম-স্থানত।
তথাপিতো গম নাই তুমি প্ৰিয়তম
বাসনা, কামনা মোৰ সাধনাৰ স্থান।

তোমাৰ অনন্ত প্ৰেমে ঢালি আজি প্ৰেম,
মোৰ নইত্ব ভাব, মোৰ নই নাম,
জীৱনৰ মহাযাত্ৰা পেলামহি ওৰ ;
লীন হব তোমাতেই ছাঁয়াটিও মোৰ।
বিৰাটৰ গৰ্ভত বিশ্ব যাব মাৰ
আহা ! কি যুগল ৰূপ আত্মাৰ আত্মাৰ !
ময়ো তাৰ, সিও মোৰ, তুমি সকলোৰ,
ভিন্ ভিন্ প্ৰতিবিম্ব একে, হকৰৰ।

---

## বুজনি।

অন্ধমন, এতিয়াও নললি বুজন
এতিয়াও কল্পনাৰ দেখিছ সপোন।
বাসনাৰ সুকোমল তুলি-গাৰুলই
আশাৰ কঁাচলি ৰদে ৰলি তই শুই,

নাভাবিলি জীৱনৰ পুৰ তি কালৰ,
এখান মাথোন সুখ, সিও পলকৰ,
যৌৱন-স্কুজে দিব খণে দেই-পুৰি
কটাবি গোটেই দিন ছট্‌ফট্‌ কৰি।

সন্ধিয়াৰ জুৰবায়ু নকৰিব শীত,
নিৰাশাৰ ভেঙুচালি, বিকৰ্থনা মাত
সাৰ হব জীৱনৰ ; জানিবি তেতিয়া
বাৰিষা নাথায় ধান, আগ ৰতৰীয়া।

---

## তটিনী-পাৰত।

চিন্তাৰ আবেগে গই তটিনী-পাৰত
আছিলোঁ এদিন মই সন্ধিয়াপৰত।
দেখিলোঁ শোকৰ উৰ্ম্মি তটিনী-হিয়াৰ
হায়! হায়! কৰি ভাঙে আপোনাৰ পাৰ।

ভাবৰ হাঁহিটি মাৰি কলো তটিনীক,
গিৰিৰ জীয়াৰী তোক ধিক্ ! ধিক্ ! ধিক্ !
আপোনাৰ গৃহ এৰি যিদিনা আহিলি
সুৰ ৰি চাচোন তই কতনো কান্দিলি !

তোৰ-দৰে ময়ো আহি নিজগৃহ এৰি
কান্দিলোঁ কতনা হায় ! শিৰে কৰ মাৰি !
পাইছোঁ এতিয়া শিক্ষা আপোন মনত
মৰতৰ সুখ মাথোঁ আছে কান্দোনত।

সুখে, দুখে থিৰ হই বলা এবে যাওঁ,
অনন্তৰ গতি ধৰি আমিত্ব গুচাওঁ।
তুমি যাবা ভাঁপ হই ধৰি বায়ু-গতি,
মোৰ আমিত্ব নাশ জীৱে দয়া, প্ৰীতি।

---

## প্ৰকৃত সাধু।*

হওক অৰণ্যবাসী, কিম্বা গৃহবাসী,
বিবেক সাৰথি যাৰ, আতমায়ে সাথী ;
সৰলা কুমুদ ফুটে হৃদয়-সৰত,
জিলিকে জোনৰ হাঁহি সদায় মুখত ;

---

* কবিবৰ ঈশ্বৰ গুপ্তৰ "মানুষ কে ?" কবিতাৰ ভাবলৈ লিখা।

নগণে মনত প্ৰিয়জন পৰজন,
সেয়ে সাধু, সাধু আৰু কোৱা কোন জন ?

জিকাৰ নিশান তুলি বিশ্বনিয়ন্তাৰ,
ফলত্যাগী, কৰ্ম্মে সদা লিপ্ত মন যাৰ,
সংসাৰৰ ঢেউ নাই মানস-সৰত,
জিতেন্দ্ৰিয়, ৰত থাকি আনৰ হিতত ;
সুখ, দুখ সমভাৱ বদ, ৰবিষণ,
সেয়ে সাধু, সাধু আৰু কোৱা কোন জন ?

মুখত মধুৰ ভাব ৰৰষি অমৃত,
স্বৰ্গৰ অমৰাৱতী পাতি পৃথিৱীত ;
সৃষ্টিৰ সকলো জীৱ কৰে সমজ্ঞান,
বিষ্ঠা কি চন্দন দেখে সকলো সমান।
অহং ভাব শূন্য, জানি অনিত্য জীৱন
সেয়ে সাধু, সাধু আৰু কোৱা কোন জন ?

সম্পদে, বিপদে যাৰ ধৰমেই বল,
ধুমুহাত থাকে সদা অচল অটল।
ভোগ-বাঞ্ছাশূন্য ধৰি সত্যতাৰ ব্ৰত,
বিষয়ী, বিকাৰহীন, চকু ওপৰত।
দয়া, ক্ষমা গুণ যাৰ কণ্ঠ-আভৰণ
সেয়ে সাধু, সাধু, আৰু কোৱা কোন জন ?

আসক্তিৰ পৰা দূৰে ৰাখিছে নিজক,
ইন্দ্ৰিয়ক দমি, কৰি সংযত মনক।

ভাবৰ হাঁহিটি মাৰি কলোঁ তটিনীক,
গিৰিৰ জীয়াৰী তোক ধিক্! ধিক্! ধিক্!
আপোনাৰ গৃহ এৰি যিদিনা আহিলি
সুৰ ৰি চাচোঁন তই কতনো কান্দিলি!

তোৰ-দৰে ময়ো আহি নিজগৃহ এৰি
কান্দিলোঁ কতনা হায়! শিৰে কৰ মাৰি!
পাইছোঁ এতিয়া শিক্ষা আপোন মনত
মৰতৰ সুখ মাথোঁ আছে কান্দোনত।

সুখে, দুখে থিৰ হই বলা এবে যাওঁ,
অনন্তৰ গতি ধৰি আমিত্ব গুচাওঁ।
তুমি যাবা ভাঁপ হই ধৰি বায়ু-গতি,
মোৰ আমিত্ব নাশ জীৱে দয়া, প্ৰীতি।

---

## প্ৰকৃত সাধু।*

হওক অৰণ্যবাসী, কিম্বা গৃহবাসী,
বিবেক সাৰথি যাৰ, আতমায়ে সাথী;
সবলা কুমুদ ফুটে হৃদয়-সৰত,
জিলিকে জোনৰ হাঁহি সদায় মুখত;

---

* কবিবৰ ঈশ্বৰ গুপ্তৰ "মানুষ কে?" কবিতাৰ ভাবলৈ লিখা।

নগণে মনত প্ৰিয়জন পৰজন,
সেয়ে সাধু, সাধু আৰু কোৱা কোন জন?

জিকাৰ নিশান তুলি বিশ্বনিয়ন্তাৰ,
ফলত্যাগী, কৰ্ম্মে সদা লিপ্ত মন যাৰ,
সংসাৰৰ ঢউ নাই মানস-সৰত,
জিতেন্দ্ৰিয়, ৰত থাকি আনৰ হিতত;
সুখ, দুখ সমভাৱ বদ, ৰবিৰণ,
সেয়ে সাধু, সাধু আৰু কোৱা কোন জন?

মুখত মধুৰ ভাব বৰষি অমৃত,
স্বৰ্গৰ অমৰাৱতী পাতি পৃথিবীত;
সৃষ্টিৰ সকলো জীৱ কৰে সমজ্ঞান,
বিষ্ঠা কি চন্দন দেখে সকলো সমান।
অহং ভাব শূন্য, জানি অনিত্য জীৱন
সেয়ে সাধু, সাধু আৰু কোৱা কোন জন?

সম্পদে, বিপদে যাৰ ধৰমেই বল,
ধুমুহাত থাকে সদা অচল অটল।
ভোগ-বাঞ্ছাশূন্য ধৰি সত্যতাৰ ব্ৰত,
বিষয়ী, বিকাৰহীন, চকু ওপৰত।
দয়া, ক্ষমা গুণ যাৰ কণ্ঠ-আভৰণ
সেয়ে সাধু, সাধু, আৰু কোৱা কোন জন?

আসক্তিৰ পৰা দূৰে ৰাখিছে নিজক,
ইন্দ্ৰিয়ক দমি, কৰি সংযত মনক।

অল্প কি অধিক হ'ক সন্তুষ্ট সদাই,
প্ৰফুল্ল অন্তৰ সদা হৰিগুণ গায়।
সমজ্ঞান মৰিশালি, প্ৰমোদ-কানন,
সেয়ে সাধু, সাধু, আক কোৱা কোন জন ?

ৰূপ, মান, যশস্থাৰ নোহয় ভিখাৰী,
কামনাৰ, বাসনাৰ নোহে ছত্ৰধাৰী।
হিংসা, ৰাগ, দ্বেষ নাই, কপট মনত ;
খুদ্ৰ স্বৰ্গৰাজ্য পাতি নিজ অন্তৰত।
আনৰ সৌভাগ্য দেখি নটলয় মন,
সেয়ে সাধু, সাধু আক কোৱা কোন জন ?

---

## বিৰহ।

হে নাথ ! জীৱনে কত গৈছে মোৰ দিন !
তোমাৰ ভাবনা লই
তোমাৰ গুণনি গাই,
তোমাতেই মাৰ গৈছে মোৰ স্মৃতি-বীণ।
হে নাথ ! জীৱনে কত গৈছে মোৰ দিন !

কত মধুনিশা মই থাকি টোপনিত,
সপোনতে সাৰ পাই,
কাষনত খেপিয়াই

নাপাই তোমাক হৈছোঁ বিষাদে মলিন।
হে নাথ! জীৱনে কত গৈছে মোৰ দিন!

কত আশা-তৰা মাৰ গৈছে হৃদয়ত
কতনা ডাৱৰ আহি,
গৈছে বুকে তাহি ভাহি,
ঢাকি পূৰ্ণ চন্দ্ৰ, মোক কৰি লক্ষ্যহীন।
হে নাথ! জীৱনে কত গৈছে-মোৰ দিন!

বিৰহ-বসন্ত কত গোৱাইছোঁ মই,
কুলিৰ মাতত উঠি,
হায়! চমকি চমকি
আহিছে, আহিছে বুলি মোৰ শৰীৰিণ;
হে নাথ! জীৱনে কত গৈছে মোৰ দিন!

কতনা শৰতকালে চন্দ্ৰমা-হাঁহিত
চকোৰ চকোৰ কৰি,
আৰ্ত্তৰাৱে উৰি উৰি,
নাপাই তোমাক হৈছোঁ যেন প্ৰাণহীন!
হে নাথ! জীৱনে কত গৈছে মোৰ দিন!

জীৱন-সন্ধিয়া চাপি আহিল এতিয়া
চিৰ টোপনিত মই,
পৰিম এতিয়া শুই,
মোৰ মৰণত তুমি আহিবা তেতিয়া।
মোৰ চেঁচা বুকু লাগি শাঁত হব হিয়া।

# সইতৰী।

নিৰাশ, বেজাৰে হৃদয়-আকাশে
এন্ধাৰ কৰি দিলে কুঁৱলি,
সংসাৰৰ পৰা আঁতৰাই আনি,
মন কৰি তুলিলে বাউলি,
তেতিয়া তোমাৰ জিলিঙনি মাথোঁ
উথলে কুঁৱলী ভেদ কৰি ;
বন্ধু তুমি মোৰ, প্ৰাণ তুমি,
জীৱনে, মৰণে সইতৰী।

অকূল-সাগৰে ইজীৱন-নাওঁ
ক্ষণে যেৱে কৰে টল্ বল্,
ধুমুহাবতাহে চাটি মাৰি দিয়ে,
যায় যায় নাওঁ পানীৰ তল ;
তেতিয়া তোমাৰ নামটি মাথোন
ধৰে গুৰিবঠা জোৰ কৰি,
বন্ধু তুমি মোৰ, প্ৰাণ তুমি,
জীৱনে, মৰণে সইতৰী।

বন্ধু, বান্ধৱৰ অকালে বিয়োগে
ভাঙি যেৱে যায় হিয়াখানি,
কিম্বা পুত্ৰ-শোকে, বৃদ্ধ পিতামাতা
বাঞ্ছা কৰে মৃত্যু মৃঠিহানি ;

তেত্তিয়া তোমাৰ নিজৰ হাতেৰে
( দিয়া ) তাপিত হৃদয় শাঁত কৰি,
বন্ধু তুমি মোৰ, প্ৰাণ তুমি,
জীৱনে, মৰণে সইতৰী।

---

## ফুলনিত।

মোহিনী উষাই হাঁহি মিছিকীয়া হাঁহি
ভুমুকি মাৰিছে মাথোঁ পূব আকাশত ;
আছিলোঁ এদিন মই জুৰ বায়ু লই
বসন্তৰ মনমোহা ফুলনি মাজত।

কি সুন্দৰ ! কি সৌৰভ ! হৃদয় উপচি
আনন্দৰ সোঁত এটি বয় লালীধৰি ;
তথাপিতো মোৰ যেন সোঁতৰ লগতে
বিষাদৰ জাঁজি আহে পাকে পাকে ঘূৰি।

ফুলিৰ অমিয় গীত, ভোমৰা গুঞ্জন
তোলে এটি স্বৰগৰ পুণ্য ঐক্যতান ;
তাৰেই মাজতে যেন বাজে এটি তাৰ
শোকৰ আবেগ ভৰা নিৰানন্দ গান।

# সইতৰী।

নিৰাশ, বেজাৰে হৃদয়-আকাশে
এন্ধাৰ কৰি দিলে কঁুৱলি,
সংসাৰৰ পৰা আঁতৰাই আনি,
মন কৰি তুলিলে বাউলি,
তেতিয়া তোমাৰ জিলিঙনি মাথোঁ
উথলে কঁুৱলী ভেদ কৰি ;
বন্ধু তুমি মোৰ, প্ৰাণ তুমি,
জীৱনে, মৰণে সইতৰী।

অকূল-সাগৰে ইজীৱন-নাও
ক্ষণে যেবে কৰে টল্ বল্,
ধুমুহাবতাহে চাটি মাৰি দিয়ে,
যায় যায় নাও পানীৰ তল ;
তেতিয়া তোমাৰ নামটি মাথোন
ধৰে গুৰিবঠা জোৰ কৰি,
বন্ধু তুমি মোৰ, প্ৰাণ তুমি,
জীৱনে, মৰণে সইতৰী।

বন্ধু, বান্ধৱৰ অকালে বিয়োগে
ভাঙি যেবে যায় হিয়াখানি,
কিম্বা পুত্ৰ-শোকে, বৃদ্ধ পিতামাতা
বঞ্ছা কৰে মৃত্যু মুঠিহানি ;

তেতিয়া তোমাৰ নিজৰ হাতেৰে
( দিয়া ) তাপিত হৃদয় শীত কৰি,
বন্ধু তুমি মোৰ, প্ৰাণ তুমি,
জীৱনে, মৰণে সইতৰী।

---

## ফুলনিত।

মোহিনী উষাই হাঁহি মিছিকীয়া হাঁহি
ভুমুকি মাৰিছে মাথোঁ পূব আকাশত ;
আছিলোঁ এদিন মই জুৰ বায়ু লই
বসন্তৰ মনমোহা ফুলনি মাজত।

কি সুন্দৰ ! কি সৌৰভ ! হৃদয় উপচি
আনন্দৰ সোঁত এটি বয় লালীধৰি ;
তথাপিতো মোৰ যেন সোঁতৰ লগতে
বিষাদৰ জাঁজি আহে পাকে পাকে ঘূৰি।

ফুলিৰ অমিয় গীত, ভোমৰা গুঞ্জন
তোলে এটি স্বৰগৰ পুণ্য ঐক্যতান ;
তাৰেই মাজতে যেন বাজে এটি তাৰ
শোকৰ আবেগ ভৰা নিৰানন্দ গান।

কোনে জানে ? হায় ! কোনে ভাবে সপোনত,
এই যে নন্দন-বন মৰু পৃথিবীত,
গ্ৰীষ্মৰ এচাটি বই উদাস বতাহ
নিমিষতে মাৰ নিব শ্মশান ভূমিত ।

প্ৰফুল্ল সৌৰভ ডুবি দুৰ্গন্ধ বায়ুত
ৰূপ, যশস্যাৰ গাব মৰণ-সঙ্গীত ;
সম্পদৰ কুলি, আৰু কলীয়া ভোমৰা
ভুমুকিও নামাৰিব আহি ফুলনিত ।

চিন্তাৰ লহৰী উঠি চকু পচাৰতে
কোৱাই কেনিবা নিলে শুৱনি কুলনি ;
জীৱন, জীৱন এটি মধুৰ সপোন
সাৰ পালে কি দেখিলোঁ মৰোঁ গুণি গুণি ।

---

## শ্মশান ।

শ্মশান ! আহা ! কিবা পুণ্যময় ঠায় !
শান্তিৰ মলয়া বোৱা পৰাণ জুৰায় ।
সংসাৰ যাত্ৰাত বাটৰুৱা যতমান
সকলোৰে গোট খোৱা সতীৰ্থ মহান ।

য'ত, ৰূপ আৰু ভেম হুয়ো দিয়ে আত্মবলি,
সুখ-দুখ, গুণাগুণ, হিংসা, কপটালি
ভাই ভাই বুলি সবে আকোঁৱালি ধৰে
সবল প্ৰেমেৰ ঢেউ হিয়াত বাগৰে।

য'ত, আতমা নিৰথি জৰা, ব্যাধি মৰতত,
দীৰ্ঘ হুমুনিয়া কাঢ়ি মনৰ দুখত,
সংসাৰ বিৰাগী হই উদাস ভাবত,
নবীন সন্ন্যাসী সাজে উলঙ্গ বেশত।

য'ত. আপোনাৰ ভাই-বন্ধু সকলোৰে আহি
প্ৰেমৰ মোহিনী মন্ত্ৰে স্নেহ-মায়া ভুলি
জীৱন আহুতি দিয়ে, সবে মিলি-জুলি
তোমাৰ সম্পত্তি প্ৰভো, তুমি নিয়া বুলি।

---

## লীলাৰূপ।

ইকি ! হে দয়াৰসিন্ধু,
তোমাৰ বিচিত্ৰ লীলা!
ক্ষণে আনন্দৰ ঢেউ
ক্ষণে বিষাদৰ মেলা।

এই ধোঁৱা ক্ষণকাল চকুৰ আগত,
ক্রমে আৰু নাইকিয়া উঠি ওপৰত ;
চোৰাঁ মেঘ দূৰণিত বিচিত্র বহণ
জনম মৰণ আৰু মৰণ জনম।

জীৱন পপীয়াতৰা, ঢউ পুখুৰীৰ,
পুৱাৰ মলয়া বা, বুদ্বুদ পানীৰ ;
ফুলাফুল পুৱঁতিৰ, শুকাই সন্ধ্যাত,
মধুৰ সপোন এটি দুপৰ নিশাত।

লয় আৰু বিকাশৰ নৱ জীৱনৰ,
নাই একো ৰীতি-নীতি বন্ধা সময়ৰ।
আহিব জনম যেনে, আহিব মৰণ
জনম মৰণ আৰু মৰণ জনম।

ভূত, ভবিষ্যত দুই সাগৰ-পাৰত,
বৰ্ত্তমান একেডৰা ঠাই ওপৰত,
হে মানৱ, আছ তই তথালাগি ৰই
দুই বোজা দুই কান্ধে—অনুতাপ, ভয়!

---

# শলাগনি।

তোমাৰ কাষত প্ৰভো, ঋণী সকলোৰে,
মই কিন্তু বেছি সকলোৰে ;
কতবাৰ বিপদৰ পৰা তুলি মোক,
বান্ধি ৰাখি কৃতজ্ঞতা-ডোৰে।

কতবাৰ বিপদত,
কত নানা আপদত,
কৰিছোঁ কতনা মই শোক !
কোনেওতো চকু ঘূৰি,
নাচালে অকণো ফিৰি,—তুমিহে মাথোন
চকুপানী মুচি দিছা মোক।

নবিয়াত লুটি খাই,
পৰিলোঁ কতনা মই,
ঢাৰি-পাটী লোৰে তিয়াই ;
কতনো কান্দিলোঁ মই,
নাহিলেতো কোনোৱেই,—তুমিহে মাথোন
ৰাখিছিলা বঢ়াই-বুজাই।

আত্মীয়ৰ বিয়োগত,
পৰি পৰি শ্মশানত,
ভয়, মৰণক পিঠি কৰি,

এই ধোঁৱা ক্ষণকাল চকুৰ আগত,
ক্ৰমে আৰু নাইকিয়া উঠি ওপৰত ;
চোৱাঁ মেঘ দুৰণিত বিচিত্ৰ বৰণ
জনম মৰণ আৰু মৰণ জনম।

জীৱন পথীয়াতৰা, ঢউ পুখুৰীৰ,
পুৱাৰ মলয়া বা, বুৰ্বুদ পানীৰ ;
ফুলাফুল পুৱঁতিৰ, শুকাইঁ সন্ধ্যাত,
মধুৰ সপোন এটি দুপৰ নিশাত।

লয় আৰু বিকাশৰ নব জীৱনৰ,
নাই একো ৰীতি-নীতি বন্ধা সময়ৰ।
আহিব জনম যেনে, আহিব মৰণ
জনম মৰণ আৰু মৰণ জনম।

ভূত, ভবিষ্যত দুই সাগৰ-পাৰত,
বৰ্ত্তমান একেডৰা ঠাই ওপৰত,
হে মানব, আছ তই তথালাগি বই
দুই বোজা দুই কান্ধে—অনুতাপ, ভয় !

---

# শলাগনি।

তোমাৰ কাষত প্ৰভো, ঋণী সকলোৰে,
মই কিন্তু বেছি সকলোৰে ;
কতবাৰ বিপদৰ পৰা তুলি মোক,
বান্ধি ৰাখি কৃতজ্ঞতা-ডোৰে।

কতবাৰ বিপদত,
কত নানা আপদত,
কৰিছোঁ কতনা মই শোক !
কোনেওতো চকু ঘুৰি,
নাচালে অকণো ফিৰি,—তুমিহে মাথোন
চকুপানী মুচি দিছা মোক।

নৰিয়াত লুটি খাই,
পৰিলোঁ কতনা মই,
ঢাৰি-পাটী লোৰে তিয়াই ;
কতনো কান্দিলোঁ মই,
নাহিলেতো কোনোৰেই,—তুমিহে মাথোন
ৰাখিছিলা বঢ়াই-বুজাই।

আত্মীয়ৰ বিয়োগত,
পৰি পৰি শ্মশানত,
ভয়, মৰণক পিঠি কৰি,

হিয়া, বুক ধাকুৰাই,
কতনো কান্দিলোঁ হায় !
(নাহিলেতো কোনোৰেই),—তুমিহে মাথোন
আনিছিলা মোক ধৰি ধৰি

শলাগনি ৰূপে তাৰ,
কি দিম কি আছে আৰ,
মৰতত নাপাওঁ বিচাৰি ;
তোমাৰে নির্ম্মিত এই
হিয়াখনি দিছোঁ মই
তোমাৰে কামত আগ কৰি ।

---

## ভাওনা ।

কাঁচনি ঘৰত তুমি কাঁচি বাৰ বাৰ,
কিয়নো পঠোৱা মোক ভাও দেখাবাৰ ?
কতনো কৰিলোঁ ভাও লেখ-জোখ নাই,
তথাপি কি মোৰ পালা ওৰ নপৰই ?

ৰজা সাজি, বহি ৰাজসিংহাসনে
ন্যায়, অন্যায় বিচাৰিলোঁ অতি সাৱধানে ।
জিকিলোঁ, হাৰিলোঁ কত, কাটিলে, কাটিলোঁ,
সংযোগ, বিয়োগ কত জীৱনত পালোঁ ।

ধনী হই কত দুখ দিলোঁ দৰিদ্ৰক !
সহায় কৰিলোঁ আৰু কত নিচলাক !
কতবাৰ পৰহিতে দিলোঁ আত্মদান,
পালোঁ জীৱনত কত মান, অপমান !

চোৰ, ডকাইত হই কতশত বাৰ,
প্ৰাণমাৰি ধন-বিত হৰিলোঁ আনৰ !
সাধু হই. সৎশিক্ষা দিলোঁ জগতত
তোমাৰ সুযশ গালোঁ তোমাৰ ৰাজ্যত ।



দুৱাৰে দুৱাৰে ফুৰি জোলোঙা কাঁধত,
দিনন্তেও নিমিলিল এসাজ ভোকত,
অনাহাৰে উজাগৰে গছৰ তলত,
কাটিলোঁ কতনা নিশি বদ, বতাহত !

লৰা হই বুঢ়াক কৰিলোঁ ভেঙুচালি,
ডেকা হই ইন্দ্ৰিয়ৰ বলোঁ সেৱা পালি ।
আদহীয়া, ক্ৰমে বুঢ়া—শৰীৰৰ ভাৰ
নোৱাৰোঁ ডাঙিব আৰু লাখুটিয়ে সাৰ ।

দয়াময় ! দয়াময় ! আৰু কতবাৰ
আহিম ইদৰে সাজ লই ভাওনাৰ ?
নপৰেকি লীলাধৰা ই ভাওনা ওৰ
যবনিকা পতনতো জীৱনৰ মোৰ ?

ছিয়া, বুক থাকুৰাই,
কতনো কান্দিলোঁ হায়!
(নাহিলেতো কোনোৰেই),—তুমিহে মাথোন
আনিছিলা মোক ধৰি ধৰি

শলাগনি ৰূপে তাৰ,
কি দিম কি আছে আৰ,
মৰতত নাপাওঁ বিচাৰি ;
তোমাৰে নিৰ্ম্মিত এই
হিয়াখনি দিছোঁ মই
তোমাৰে কামত আগ কৰি।

---

## ভাওনা।

কাঁচনি ঘৰত তুমি কাঁচি বাৰ বাৰ,
কিয়নো পঠোৱা মোক ভাও দেখাবাৰ ?
কতনো কৰিলোঁ ভাও লেখ-জোখ নাই,
তথাপি কি মোৰ পালা ওৰ নপৰই ?

ৰজা সাজি, বহি ৰাজসিংহাসনে
ন্যায়, অন্যায় বিচাৰিলোঁ অতি সাৱধানে।
জিকিলোঁ, হাৰিলোঁ কত, কাটিলে, কাটিলোঁ,
সংযোগ, বিয়োগ কত জীৱনত পালোঁ।

ধনী হই কত দুখ দিলোঁ দৰিদ্ৰক!
সহায় কৰিলোঁ আৰু কত নিচলাক!
কতবাৰ পৰহিতে দিলোঁ আত্মদান,
পালোঁ জীৱনত কত মান, অপমান!

চোৰ, ডকাইত হই কতশত বাৰ,
প্ৰাণমাৰি ধন-বিত হৰিলোঁ আনৰ!
সাধু হই, সৎশিক্ষা দিলোঁ জগতত
তোমাৰ সুযশ গালোঁ তোমাৰ ৰাজ্যত।



দুৱাৰে দুৱাৰে ফুৰি জোলোঙা কাঁধত,
দিনন্তেও নিমিলিল এসাজ ভোকত,
অনাহাৰে উজাগৰে গছৰ তলত,
কাটিলোঁ কতনা নিশি ৰদ, বতাহত!

লৰা হই বুঢ়াক কৰিলোঁ ভেঙুচালি,
ডেকা হই ইন্দ্ৰিয়ৰ বলোঁ সেৱা পালি।
আদহীয়া, ক্ৰমে বুঢ়া—শৰীৰৰ ভাৰ
নোৱাৰোঁ ডাঙিব আৰু লাখুটিয়ে সাৰ।

দয়াময়! দয়াময়! আৰু কতবাৰ
আহিম ইদৰে সাজ লই ভাওনাৰ?
নপৰেকি লীলাধৰা ই ভাওনা ওৰ
যৱনিকা পতনতো জীৱনৰ মোৰ?

# প্ৰকৃতিৰ প্ৰতি।

হে প্ৰকৃতি!

ৰূপে ৰইপৰা এনে শুৱনি মুখানি
কোনেনো সাজিলে তোৰ হেৰা সুভাগিনি?
আহিলে বসন্ত তই সাজ-পাৰ লই
কোনেনো আহিব বুলি থাক বাট চাই?

আহিলে মধুৰ নিশা কাৰ কথা শুনি
ভাবে গদগদ হই টুকি চকু-পানী,
ওৰণীৰে মুখ ঢাকি পৰ টোপনিত
সুখময় কল্পনাৰ শীতল পাটীত?

পুৱাতে মোহিনী উষা কণ্ঠে হেমহাৰ,
তোৰ চেনেহী সখি চুমি বাৰ বাৰ
মুচি দিয়ে চকু-পানী কাচি অলঙ্কাৰে,
নতুন বোৱাৰী যেন শ্বশুৰৰ ঘৰে!

সধবাৰ চিন্ তোৰ দেখোচোঁ মুখত,
ৰাখিছ কি প্ৰিয়তমে লুকাই বুকত?
আজি তোৰ ৰূপ দেখি ভোল-গৈছোঁময়ো,
পাতিব আহিছোঁ মেল কাণে কাণে দুয়ো।

শুনচোন, ৰুওঁ মই, তই কাণ পাত,
দিয় সমিধান মোৰ এশাৰি কথাত—
যেতিয়া কোলাত তোৰ নিচালি পৰিম
মইয়োতো তাক তেন্তে দেখিব পাবিম?

# অভেদতা।

বাক্যে, অৰ্থে যেনে অভেদ সম্বন্ধ,
ভাষা আৰু ব্যাকৰণে ;
তোমাৰে মোৰেতো সেয়েই সম্বন্ধ
তুমি প্ৰভো, নাজানানে ?

বিশ্ব বিদৰে তোমাৰ শৰীৰতে,
তুমিয়োতো মোৰ অণুতে অণুতে,
ক্ষিতি-অপ্-তেজ-মৰুৎ-ব্যোমতে
বিশ্ব-ময়ো হৈছোঁ একেই সাঁচতে
একেইত উপাদানে।
বাক্যে, অৰ্থে যেনে অভেদ সম্বন্ধ,
ভাষা আৰু ব্যাকৰণে।

যি শক্তি, যি তেজ বায়ু, তপনত,
তাৰেই অণুতো আছে সকলোত,
পৰমাণু তাৰে মোৰো শৰীৰত
হীনডেঢ়ি মাথোঁ চৰম চকুত
এইহে মূল কাৰণে।
বাক্যে, অৰ্থে যেনে অভেদ সম্বন্ধ
ভাষা আৰু ব্যাকৰণে।

বিশ্ব যদি হোৱে তোমাতেই লয়,
আত্মা যদি এটি ফিৰিঙটি হয়,
তেনেহলে প্ৰভো, বিশ্ব তুমিময়
মত্ত্যো মইহীন, বিশ্ব মইময়
স্থূল, সূক্ষ্ম পৰিমাণে।
বাক্যে, অৰ্থে যেনে অভেদ সম্বন্ধ
ভাষা আৰু ব্যাকৰণে।

---

## যোগী।

নীৰবে, নিৰ্জনে অচল-বুকত
কোন হেৰা, তুমি কোন?
কি ভাবনা লই, বিৰহ বুকত,
মগ্ন তুমি আজি মহা ধিয়ানত,
কি মহা আবেগ ভঙা হৃদয়ত
কোৰা হেৰা, কোৰাঁচোন?

কোন কল্পনাৰ চিত্ৰ মনোহৰ,
কি ৰহস্য তুমি নৱ-জীৱনৰ,
হিয়াৰ ফলিত আঁকি,
ছিৰি সংসাৰৰ সোণৰ শিকলি,
( কি সুধাৰ গুণে হলা এনে বলী ? )
সংসাৰ তিয়াগি বিজন উজলি
ই জীৱন দিয়া ৰাকী ?

আছে নাকি কোনো অমিয় ভাণ্ড
　　　　গুপুতে নজানোঁ আমি!
নথিলে জীৱনসিন্ধু পাই তাক,
ভেদহীন জন্ম, মৃত্যু থালে যাক,
কবানাকি তুমি, কৱা আমাসাক
　　　　তুমিতো পৰম জ্ঞানী ?

সংসাৰ-বিজনে পৰি আছোঁ মই
　　　　ত্ৰিতাপত দেই পুৰি ;
অশেষ চিন্তা, অশেষ বিকাৰ,
ঘেৰি চাৰিফালে আঁউসী এন্ধাৰ,
গণি আঙুলিত মোৰ ফিৰিবাৰ
　　　　আহিলনে দিন ঘূৰি।

ভাবোঁ মনে মনে চৰাই একণ,
সিও সুখী, তাৰো সাফল জীৱন,
　　　　নুগুণেতো আগ, পিছ ;
হায়ৰে অপূৰ্ণ জ্ঞান মানুহৰ,
হোৱয় কাৰণ মাথোঁ বেজাৰৰ,
আগে, পিছে চাই মাথোঁ বিৰহৰ
　　　　জাগে হলাহল বিষ।

হেৰা যোগি, তুমি যোগ আসনত
　　　　পালা কি পৰশমণি ?

তাৰেই গুণত মানব-জীৱন,
হোৱে ত্ৰিদিবৰ নন্দন-কানন,
হা, হুমুনিয়া নাথাকে অকণ
শান্তি, আনন্দৰ খনি ?

অমৃত উথলি ভোক, পিয়াহৰ
বাসনা নিয়ায় মাৰ ;
কুঁৱলী ফেৰিয়া হোৱে ৰাজ ৰবি
যোগ-দীপ্ত এক পূৰ্ণ-তেজ-ছবি,
হুঙ্কাৰি ওঁঙ্কাৰ নীৰৱৰ কবি
গায় গুণ কৰতাৰ ?

আহা ! ইচ্ছা হয়, তোমাৰেই দৰে
কঠোৰ সাধনা ধৰি,
মেলি জীৱনৰ ৰহস্য দুৱাৰ,
চাওঁ মযো কিনো ভিতৰত তাৰ,
আছে নাকি কোনো হেতু পূৰ্ণতাৰ
বিষয়ক পৰিহৰি ?

কিন্তু হেৰা যোগি,—হৃদয়ত এটি
বাজেচোঁ খুঁতনি মোৰ,
দেশ-সমাজৰ কৰ্ত্তব্যৰ ভাৰ,
নেওচোৱা কিবা ইচ্ছা বিধাতাৰ ?
মানব মানব হেতু কথাষাৰ
হলচো শতুক ঘোৰ ।

থাক্ থাক্ তেন্তে জীৱন-ৰহস্য
জটিল যিদৰে আছে ;
থাকি সংসাৰতে কৰোঁ চো সাধনা,
কৰ্ম্ম কৰোঁ, ফল নকৰো কামনা,
সাৰটা-সাৰটি আতমা আতমা
( জানো ) ইয়াকো হেৰাও পাছে ! !

———

## শিশু-বিদায়।

চকুৰ পলক এটি পৰিল নে নপৰিল
গ'লনেকি ফিৰি দেৱদূত ?
সোণাৰ প্ৰতিমাখনি সজা প্ৰকৃতিৰ
বিধাতাৰ প্ৰাণ-মন্ত্ৰপূত !

অমিয় সুধাৰ ভাণ্ড আনিছিল মুখে
স্নেহ-মন্দাকিনী স্বৰগৰ ;
ৰূপত মলিন কৰি ভৰা জোনবাই
অন্ধকাৰ ঠেলি মৰতৰ।

ছাতি-ধৰা ডাৱৰৰ বুকত যেনিবা
তৰাটিহে উকি-জুকি মাৰি ;
আদাৰ মালতী এটি পাতৰ আঁৰত
ফুৰতেই গলা জঁই পৰি !

কোন বাটে আহিছিলা ? কোন বাটে গলা ?
বলোঁ মই তথালাগি বই ;
হায়রে ! জনম, মৃত্যু রহস্য প্রধান
নিতে লোক মাৰে পুৱি-দই ?

---

# ভালপোৱা ।

আতমাৰ চেনেহৰ সাদৰী জীয়ৰী-
ভালপোৱা, কিনো তো'ৰ অমিৰিত হিয়া ?
ভাগৰুৱা বাটৰুৱা সংসাৰ-যাত্ৰাত
তুমি তাৰ মৰুপ্ৰাণে শান্তি-বাৰি দিয়া ।

আঁউসীৰ ঘিট্‌মিটা এন্ধাৰ ৰাতিত,
ঢালি দিয়া বিজুলীৰ অমিয় কিৰণ ;
নিৰাশ পৰাণে যেৱে ঢলি ঢলি পৰে,
শকতি সঞ্চাৰ্ কৰা কৰি আলিঙ্গন ।

নীৰস হিয়াত দিয়া দয়া-অমিৰিত,
জ্ঞানৰ বিমল জ্যোতি দুই নয়নত ;
তুমি তাৰ নৰিয়াত সুধা-সঞ্জীৱনী,
শান্তিৰ জাগ্ৰত মূৰ্ত্তি হিয়া-আসনত।

তুমিয়ে সহায় মাথোঁ। অজানা ঠাইত,
অন্ধ মই, তুমি যষ্ঠী, যাওঁ ধৰি ধৰি ;
খলা-বমা জীৱনৰ পিছলা বাটত
তোমাৰ সহায় বিনা নোৱাৰি নোৱাৰি।

স্নেহময়ি, বহা মোৰ হৃদি-আসনত,
দিওঁ প্ৰতিদান আজি হোমকুণ্ড পাতি ;
তোমাৰ মঙ্গল হ'ক, তোমাৰ বিজয়,
বিভু-চৰণত দিলোঁ। জীৱন, আহুতি।

---

## শান্ত্বনা।

মধুৰ মলয়া বলি সন্ধিয়া পৰত
হৰি নিছে অবসাদ কৰ্ম্ম-জগতৰ ;
অস্তাচল-আসনত বহিছে তপন,
দিনান্তে জিৰণি লই দুখ ভাগৰৰ।

ভুমুকি মাৰিছে জোন নীল আকাশত,
লাজৰ হাঁহিটি হাঁহে দেখি কুমুদিনী ;
দৰা কন্যা দুয়ো যেন বিয়াৰ পৰত
চকুতে চকুতে হ'ল মহা সম্মিলনী !

বিৰহিণী পদুমীৰ চকুৰ কোণত,
বিৰিঙি ওলাল লো টোপা টোপা কৰি ;
কুমুদিনী হাঁহে তাতে বহি কাষৰত,
অপমানে যাব যেন বিহ খাই মৰি !

দেখি পদুমীৰ এনে শোকৰ আবেগ,
কঠুৱা পৰাণো যায় চেনেহত পমি ;
হুটুপি চকুলো টুকি চাই আপোনাকে,
আযাৰ চেৰেক দিলেঁ। শান্তনাৰ বাণী।

"সৰসীৰ আদৰৰ বুকৰ জীয়াৰি,
উথহিব চকুমুখ নাকন্দিবি আৰু ;
প্রেমৰ উলটা গুণ বাঢ়ে বিৰহত,
ইয়াৰ সম্ভেদ পাবি কালি পুৱা বাৰু।

"পুৱাৰ তৰুণ ৰবি চুমি ঘনে ঘনে,
চেনেহতে মুচি দিব চকু-পানী তোৰ ;
পৰাণে পৰাণে যদি থাকে টানাটানি
সুখ আছে চকু পানী টুকি বিৰহৰ।"

# গছ।

কোৰাচোঁ, বিৰিথ, আজি কেবাদিনো,
সুধোঁ সুধোঁ বুলি ফিৰি ফিৰি যাওঁ ;
সপোনে, সঁচিতে প্ৰতি নিমিষতে,
এই প্ৰশ্নটোহে বাজে অন্তৰতে—
এনে যোগীসাজে কোনেনো তোমাক,
সজালে কৰানে বাখি মোৰ বাক ?
এনে সহিষ্ণুতা, মহাস্বাৰ্থত্যাগ
কোনেনো শিকালে হেৰা মহাভাগ ?

কিবা নন্দনত, কিবা 'ইডেনত',
আছিলাহে তুমি স্বৰগী সুখত !
তুমিনেকি সেই 'জ্ঞানময় গছ,'
পৰি মৰতত বল তাৰ সঁচ ?
কিম্বা থাকি তুমি অশোকবনত,
শোক, দুঃখহীন মহা আনন্দত,
শুনিলা কি কথা সীতা, সৰমাৰ—
সৰ্ব্বধৰ্ম্ম মাজে ত্যাগ-ধৰ্ম্ম সাৰ ?

কিবা থাকি সুখে শিৱে কৈলাসৰ
পালা কি আশীষ তুমি যোগেশৰ ?
কলে যেবে যোগী নিগমৰ কথা,
মহাগুপুতৰ জ্ঞান-কৰ্ম্মে নথা।

আছিলতো শুক তোমাৰে ডালত,
শুনিলা তুমিও তাৰেই মুখত ?—
আতুৰক ত্ৰাণ, ত্যাগৰ সমান.
নাই জগতত ধৰ্ম্ম আৰু আন।

সিহেঁতুকে তুমি আজি নিৰ্ব্বিকাৰ,
শীত আৰু উষ্ম সমজ্ঞান আৰ ?
পশু, পখী, নৰ সবাৰো আশ্ৰয়
মধুফল খাই মহাতৃপ্তি পায়।
কাটিদিয়া দেহ, নিজ পাৰ, হাত—
এনে ত্যাগী তুমি মহা সাধনাত!
বচোঁৱা আনক হিয়া কৰি শাঁত
বিজয়ী সদাই সংসাৰ যাত্ৰাত।

আহা! যদি এনে গুণ হৃদয়ত
থাকিলেহেঁতেন মানৱসবত!
পমি হিয়া যদি আনৰ দুখত
সাৰটি ধৰিলে আপোন বুকত
'হল হয় তেন্তে মৰতে স্বৰগ,
দেৱতা স্বৰূপ সকলো মানৱ'
লৰি গছে কলে, "হায়ৰে মানৱ,
নহব সিদিন অতি অসম্ভব!"

# এদিনাৰ কথা।

সন্ধ্যা হয় হয় যেন, আকাশী ভিখাৰী
দিনান্তে এমুঠি নাই, হুমুনিয়া কাঢ়ি
এৰি দিছে নিৰাশাৰ তপত বতাহ,
কঠুৱা সংসাৰ বুলি কেৰাহিকৈ চাই।

ঝায়ুৰ কোবত যেন মেঘ এড়ুখুৰি,
চিন্তাৰ পাকত মই ঘুৰি ঘুৰি ঘুৰি
গইছিলোঁ লক্ষহীন কেনিবা কোবাত ;
স্মৃতি আৰু বিস্মৃতিৰ মাজে সেই বাট।

সহসা আগত দেখোঁ লৰা কেতবোৰ
উমলিছে ধূলি লই সাজি বুটাঘৰ ;
কেতবোৰে ভাঙে, আৰু সাজে কেতবোৰে,
সাজে, ভাঙে, মাৰামাৰি ইটোৱে সিটোৱে!

দেখি লৰালিৰ কাম ভাবুক মনত
উধালে চিন্তাৰ ঢউ আৰু দ্বিগুণত।
ভাবিলোঁ, ইদৰে মইো হেৰা লৰাবোৰ,
সাজিছিলোঁ বাসনাৰ দোল মনোহৰ।

দুষ্ট দুৰ্ব্বাসনা আহি পাতিলে বিঘিনি,
সাধনাৰ দোল দিলে ধাহি-মুহি ভাঙি ;
ভাঙিছে পৰাণ মোৰ সেইদিন ধৰি,
চিন্তাৰ ঢউত ফুৰোঁ ঘনে উটি-বুৰি।

পুৰাৰ কাঁচলি ৰবি চাচোঁ মাৰ যায়,
জীৱনৰ ফেছজালি ইদৰে নুমায়।
ঘৰে ঘৰে যাবি সবে ধূলাখেলা এৰি,
ময়ো যাম অনন্তৰ গতি ধৰি ধৰি।

---

## স্মৃতি জাগৰণ।

কান্দিছিলোঁ একদিন কান্দোঁ আজি আৰু ;
যিদিনা হে দয়াময়, বিস্মৃতি-বুকত,
স্বৰগৰ স্মৃতি ডুবে মোৰ জীৱনত,
আকুল পৰাণে মই কান্দিলোঁ কতনা !
নুবুজিলোঁ জননীৰ মধুৰ শান্তনা।

লালকাল গই পৰি কলাঘুমটিত,
হাঁহিলোঁ, কন্দিলোঁ কত দেখি সমাজিক ;
আহা ! কিবা সুখময় সেই শিশুকাল !
মুদিলে নয়ন পাওঁ তোমাক লাগাল।

আজি আৰু চাই চাই বিচিত্ৰ সংসাৰ,
তোমাৰ চৈতন্য মূৰ্ত্তি দেখি বাৰ বাৰ,
মোহিনী উষাৰ গাত তব গুণ-গীত
তোমাৰ চিনাকী পাওঁ জোনাকী ৰাতিত।

চৰাই তোমাৰ চিন্ লই ডেউকাত,
গীত গাই শুই পৰে প্ৰকৃতি কোলাত।
বকুল, পিপেলিফুল আঁজলি আঁজলি
দিয়ে চৰণত প্ৰভো, ভক্তি-পুষ্পাঞ্জলি।

আজি আক সেই স্মৃতি জাগি উঠি মোৰ
প্ৰেমৰ নিজৰা বয় বাৰিষা কালৰ
উচুপি উচুপি কান্দোঁ, বাথা বাথা বাক,
কান্দিছিলোঁ একদিন কান্দোঁ আজি আক।

---

## আকাঙ্ক্ষা।

যদি, আকাশৰ দৰে মহান উদাৰ,
কৰি দিয়া হিয়াথনি;
যদি, সাগৰৰ দৰে গম্ভীৰ প্ৰকৃতি,
তোমাৰ ভক্তিৰে ধনী।

যদি, পৃথিবীৰ দৰে কৰি দিয়া মোক,
সকলোতে সহনীয়;
যদি, বজৰৰ দৰে কঠিন হৃদয়,
পাপ আক অনিয়ায়।

যদি, দয়া-ৰসেৰে পূৰ কৰি দিয়া
মউৰ ভৰৰ দৰে,
যদি, পৰ্ব্বতৰ দৰে ওথ কৰি ৰাথা
মহত্ আশয়ৰে।

পুৱাৰ কঁাচলি ৰবি চাচোঁ মাৰ যায়,
জীৱনৰ ক্ষেহজালি ইদৰে নুনায়।
ঘৰে ঘৰে যাবি সবে ধূলাখেলা এৰি,
ময়ো যাম অনন্তৰ গতি ধৰি ধৰি।

---

## স্মৃতি জাগৰণ।

কান্দিছিলোঁ একদিন                কান্দোঁ আজি আৰু ;
যিদিনা হে দয়াময়, বিস্মিতি-বুকত,
স্বৰগৰ স্মৃতি ডুবে মোৰ জীৱনত,
আকুল পৰাণে মই কান্দিলোঁ কতনা !
নুবুজিলোঁ জননীৰ মধুৰ শান্তনা।

লালকাল গই পৰি কলাঘুমটিত,
হাঁহিলোঁ, কন্দিলোঁ কত দেখি সমাজিক ;
আহা ! কিবা সুখময় সেই শিশুকাল !
মুদিলে নয়ন পাওঁ তোমাক লাগাল।

আজি আৰু চাই চাই বিচিত্ৰ সংসাৰ,
তোমাৰ চৈতন্য মূৰ্ত্তি দেখি বাৰ বাৰ,
মোহিনী উষাৰ গাত তব গুণ-গীত
তোমাৰ চিনাকী পাওঁ জোনাকী ৰাতিত।

চৰাই তোমাৰ চিন্ নই ডেউকাত,
গীত গাই শুই পৰে প্ৰকৃতি কোলাত।
বকুল, পিপেলিফুল আঁজলি আঁজলি
দিয়ে চৰণত প্ৰভো, ভক্তি-পুষ্পাঞ্জলি।

আজি আৰু সেই স্মৃতি জাগি উঠি মোৰ
প্ৰেমৰ নিজৰা বয় বাৰিষা কালৰ
উচুপি উচুপি কান্দোঁ, বাধা বাধা বাৰু,
কান্দিছিলোঁ একদিন কান্দোঁ আজি আৰু।

---

## আকাঙ্ক্ষা।

যদি, আকাশৰ দৰে মহান উদাৰ,
কৰি দিয়া হিয়াখনি ;
যদি, সাগৰৰ দৰে গম্ভীৰ প্ৰকৃতি,
তোমাৰ ভক্তিৰে ধনী।

যদি, পৃথিবীৰ দৰে কৰি দিয়া মোক,
সকলোতে সহনীয় ;
যদি, বজ্ৰৰ দৰে কঠিন হৃদয়,
পাপ আৰু অনিয়ায়।

যদি, দয়া-ৰসেৰে পূৰ কৰি দিয়া
মউৰ ভৰৰ দৰে,
যদি, পৰ্ব্বতৰ দৰে ওখ কৰি ৰাখা
মহত্ আশয়ৰে।

যদি, পবিত্র ৰাখা আতমাটি মোৰ,
যেন জাহ্নবীৰ পানী ;
যদি, সুকযৰ দৰে সমদৰ্শী মোক,
কৰি দিয়া প্ৰভো, তুমি,

যদি, নদীৰ নিচিনা প্ৰেমদিয়া মোক
দিব অনন্তত ঢালি,
যদি, নীচুকৰি ৰাখা মোৰ শিৰ প্ৰভো,
তোমাৰ ভৰিৰে ঠেলি।

যদি, মোৰ আতমাতো সমান চকুৰে,
আনতো চাবলৈ দিয়া,
যদি, তোমাৰ জ্ঞানেৰে এই এন্ধাৰত
বাট দেখুৱাই নিয়া ;

তেনেহলে প্ৰভো, গোটেই জীৱন
তোমাৰ কীৰিতি গাম,
দয়াৰ আধাৰ বিশ্ব পাৰাবাৰ,
দয়াময় তব নাম।

---

# উপদেশ।

পদুমকুলত কীট, সদা মন হৰষিত,
সুখে কৰে বাস ;
উৰি আহি মউমাখি, চুমে ফুল কীট দেখি
কৰি পৰিহাস
কলে, "ছিঃ ! ছিঃ ! লাজ নাই চোৰ দৰে আহিতই
চুম মাখি ফুল,
"ফলে ফল অন্যায়ৰ, নৰে নিয়ে বহুঘৰ
কান্দি বিয়াকুল !"

কীটৰ কঠুৰা মাত, বাজি মৌমাখি হিয়াত
কলে উত্তৰত,
"নিজ দোষ ধূৰ্ত্তজন, সদায় কৰে গোপন
অৰপে আনত।
"কলঙ্কিত হিয়া তোৰ, সাৰ উপদেশ মোৰ
নধৰেতো ফল,
"কলে কিবা হব আৰু, তয়ে বুজি চাচোঁ বাৰু
সুফল, কুফল।

"অকালতে ছিঙি ফেলি, কত নানা ফুলকলি,
শোভা জগতৰ,
"সুগন্ধ নিয়াই মাৰ, কৰ দুৰ্গন্ধহে সাৰ
দুষ্কাৰ্য্য পাপৰ।

"মই কিন্তু মউ আনি, বান্ধি মউ-চাক থনি
অতি যতনত,
"বিলাই বিশ্বত দিওঁ, ফুলবেহে নাম কওঁ
উদাৰ ভাবত।"

কবি কয়, "মউমাখি, তুমি মোৰ প্ৰিয় সখি,
কলা কথা সাৰ,
"যিবা পালোঁ উপদেশ, নোৱাৰোঁ কৰিব শেষ
নাই মূল্য তাৰ।
"জীৱন-পদুম ফুলে, কাল-কীট বাস কৰে
কুঁটে পলকত,
"জ্ঞান-মধুকৰ গই, প্ৰেম-মধু চুহি লই
দিয়ে ভকতক।"

---

# প্ৰশ্ন।

কৰা নাকি শিশু, তুমি ব্ৰহ্মজ্ঞানী
সৰল প্ৰকৃতি, অমৃতৰ খনি ;
দুগ্ধ-সাগৰত ডুবি থকা জোন
চোৱা মোৰ পিনে—মই চাওঁচোন।

এইতো আহিলা এৰি দেৱলোক
বাক, কোৱাচোন এটি কথা মোক—
নিতে খেলিমেলি কৰে মোৰ প্ৰাণে,
বুকু ভাঙি যেন ঢেঁকী ধান ভাঙে।

কোৰাচোঁন মোক, কোৱাচোঁ সোণাই,
কিয়ইঠাইক জীৱ আহে যাই ?
তুমিতো আহিলা, পালানে বাটত
চিনা অচিনাকী কোন পথিকক ?

সুধিলানে তুমি ? কোনে কিবা কলে
কি বেহানি লই ফিৰে দলে দলে ?
কোন বাটে আহে ? কোন বাটে যায় ?
কোন ঘাটোৱাল পাৰ কৰি থয় ?

আহিছিলোঁ মই মধুৰ পুৱাত,
নাচে যেবে ফুল জুৰ মলয়াত।
নিকা নিৰমল আকাশৰ ছবি,
যেতিয়া উকি মাৰে পূবে ৰঙা ৰবি।

ভুলি গৈছোঁ এবে ফিৰি যোৱা বাট,
কিনি, বিকি আছোঁ ভাঙা নাই হাট।
ফিৰি যাম মই জুৰ সন্ধিয়াত
সি দেখি সুধিছোঁ কেনি যোৱা বাট।

আহে হাটুৱা ফিৰি আৰু যায়,
লাভ, লোকচান কোনে কিনো পায় ?
তুমিতো আহিলা দেখিছা বাটত
কোনে কিনো লই গইছে হাতত ?

"মই কিন্তু মউ আনি, বান্ধি মউ-চাক খনি
অতি যতনত,
"বিলাই বিশ্বত দিওঁ, ফুলবেহে নাম কওঁ
উদাৰ ভাবত।"

কবি কয়, "মউমাখি, তুমি মোৰ প্ৰিয় সখি,
কলা কথা সাৰ,
"যিবা পালোঁ উপদেশ, নোৱাৰোঁ কৰিব শেষ
নাই মূল্য তাৰ।
"জীৱন-পদুম ফুলে, কাল-কীট বাস কৰে
কুঁটে পলকত,
"জ্ঞান-মধুকৰ গই, প্ৰেম-মধু চুহি লই
দিয়ে ভকতক।"

---

## প্ৰশ্ন।

কৰা নাকি শিশু, তুমি ব্ৰহ্মজ্ঞানী
সৰল প্ৰকৃতি, অমৃতৰ খনি ;
দুগ্ধ-সাগৰত ডুবি থকা জোন
চোৱা মোৰ পিনে—মই চাওঁচোন।

এইতো আহিলা এৰি দেৱলোক
বাৰু, কোৱাচোন এটি কথা মোক—
নিতে খেলিমেলি কৰে মোৰ প্ৰাণে,
বুকু ভাঙি যেন ঢেঁকী ধান ভাঙে।

কোৰাচোন মোক, কোৱাচো সোণাই,
কিয়ইঠাইক জীৱ আহে যাই ?
তুমিতো আহিলা, পালানে বাটত
চিনা অচিনাকী কোন পথিকক ?

সুধিলানে তুমি ? কোনে কিবা কলে
কি বেহানি লই ফিৰে দলে দলে ?
কোন বাটে আহে ? কোন বাটে যায় ?
কোন ঘাটোৱাল পাৰ কৰি থয় ?

আহিছিলোঁ মই মধুৰ পুৱাত,
নাচে যেবে ফুল জুৰ মলয়াত।
নিকা নিৰমল আকাশৰ ছবি,
থেনু উকি মাৰে পূবে ৰঙা ৰবি।

ভুলি গৈছোঁ এবে ফিৰি যোৱা বাট,
কিনি, বিকি আছোঁ ভাঙা নাই হাট।
ফিৰি যাম মই জুৰ সন্ধিয়াত
সি দেখি সুধিছোঁ কেনি যোৱা বাট।

আহে হাটকৰা ফিৰি আৰু যায়,
লাভ, লোকচান কোনে কিনো পায় ?
তুমিতো আহিলা দেখিছা বাটত
কোনে কিনো লই গইছে হাতত ?

হাঁহি হাঁহি শিশু চালে মোৰ ফালে,
বিদ্ৰূপেৰে যেন ঠাৰে ঠাৰে কলে—
"হায়ৰে ! মানৱ, ক্ষুদ্ৰ জ্ঞান তোৰ
সৃষ্টিৰ ৰহস্য অতীত জ্ঞানৰ !"

---

## কোন শ্ৰেষ্ঠ ?

মধুৰ জোনাকী নিশা সন্ধিয়া-পৰত,
আছিলোঁ এদিন মই পুখুৰী-পাৰত।
সৰসীৰ ৰূপৱতী জীয়াৰী দুজনী
পাতিছে কন্দল লই গালি ও শপনি।

ঘামকালি ; সন্ধিয়াৰ ধীৰ বায়ু বলি,
মূৰৰ ওৰণী দিয়ে ঘনে ঘনে ঠেলি !
হালি-জালি দিয়ে গালি ইটোৱে সিটোক
পৰিল সকলো কথা ভাবুক কাণত।

পদুমী পকাই মুখ, মাৰি ধপছালি,
খঙৰ ভমক লই ডিঙি হালি-জালি,
কলে, "হেৰ, ফেঁচামুখী কুমুদিনি, তই
"নাপাৱনে লাজ কৰ শ্ৰেষ্ঠ মোতকই ?

"এন্ধাৰতে থাক তই, এন্ধাৰ ঘৰত,
নেদেখ মানীৰ মান জ্ঞান-পোহৰত।
পতিয়ো দুৰ্ব্বল তোৰ সম্বন্ধ সূত্ৰত
মোৰে স্বামী দিয়ে আভা জলে এন্ধাৰত।"

পদুমীৰ কথা শুনি হাঁহি কুমুদিনী,
স্বভাৱে সবলা বালা ধীৰ স্বভাৱিনী
লাহেকৈ লাগাই মাত কলে উত্তৰত,
"লজ্জাহীনা নাৰী তই, তোৰেই লগত

"এষাৰ কথাও কলে যায় নাক-কাণ ;
একেবিকো নাই তোৰ অপমান জ্ঞান।
তোৰ কাহিনীৰ কথা কিনো কম মই,
ছিঃ! ছিঃ! কিয় জনমিলোঁ ভুয়োভনী হই ?"

কবি কয়, "কিয় দ্বন্দ্ব ঘৰৰ মাজত ?
ময়ে বায় দিওঁ শুনা আজিৰ মেলত,
কুমুদিনি, তুমি থাকা গাভৰু-গালত
কাৰতে পদুমী আহ জিলিকে ওঠত।"

---

# তুমি আৰু মই।

তুমি পুৰাৰ সেণালী, দুপৰীয়া পুৰি,
সন্ধিয়াৰ বাওলী বেলি ;
মই তাৰেই অৰুণ ৰশ্মি অতি খীণ,
এন্ধাৰ ঘৰত পৰা হালি।

তুমি আকাশৰ তৰা, জিল্‌মিল্‌ কৰা,
এন্ধাৰ আকাশ পোহৰাই ;
মই জোনাকী পৰুৱা জেলেকাত হোৱা,
বাঁহৰ জেকনিত সোমাই।

তুমি সাগৰ-পাৰৰ ঢউ-ঢোৱা পৰা,
বিতোপন বালুৰ পথাৰ ;
মই তাৰেই নমনা এটি বালুকণা
উশাহে উৰিফুৰা বায়ুৰ।

তুমি বায়ুৰ কোবত, সাগৰ-বুকত
পৰ্‌বত্‌ সমান লহৰি,
মই তাৰেই এধান আলফুল ফেন
পচাৰতে যোৱা লয় পৰি।

তুমি অলেখ বন্তীৰ ধুনীয়া পোহৰ
একত্ৰে জ্বলা দেৱালী বাতি ;
মই, শ্মশান মাজত, ঘোৰ এন্ধাৰত,
মুনো মুমো হোৱা এটি চাকি।

তুমি জক্‌মক্ কৰা, সৌৰভ বিতৰা
মনমোহা ফুলনি এখন ;
মই তাৰে ফুলৰেণু অণুৰও অণু
পৰমাণু এটিহে মাথোন ॥

---

## তুমি ।

তুমি ধ্ৰুবতাৰা মোৰ, জীৱন-নাওঁৰ
অকূল সাগৰে দিশহাৰা ;
তুমি গুৰিয়াল হই, ধুমুহাৰতাহে
ভেলথন মোৰ পাৰ কৰা ।

তুমি হিয়া আকাশত নিশাকৰ মোৰ
বিতৰাই অমিয় কিৰণ ;
তুমি মন-চকোৰৰ আনন্দ বঢ়াই
শৰতকালৰ ভৰা জোন ।

তুমি ভাবনা-নদীৰ নিজৰা মোৰ
বিমল আনন্দ উথলাই ;
তুমি এন্ধাৰ দেহত বট্‌বট্ জ্বলা
চাকি এটি গৃহ পোহৰাই ।

## তুমি আৰু মই।

তুমি পুৱাৰ সেণালী, হুপৰীয়া পুৰি,
সন্ধিয়াৰ ৰাঙলী বেলি ;
মই তাৰেই অৰুণ ৰশ্মি অতি খীণ,
এন্ধাৰ ঘৰত পৰা হালি।

তুমি আকাশৰ তৰা, জিল্‌মিল্‌ কৰা,
এন্ধাৰ আকাশ পোহৰাই ;
মই জোনাকী পৰুৱা জেলেকাত হোৱা,
বাঁহৰ জেকনিত সোমাই।

তুমি সাগৰ-পাৰৰ ঢউ-ঢোৱা পৰা,
বিতোপন বালুৰ পথাৰ ;
মই তাৰেই নমনা এটি বালুকণা
উশাহে উৰিফুৰা বায়ুৰ।

তুমি বায়ুৰ কোৰত, সাগৰ-বুকত
পৰ্‌বত্‌ সমান লহৰি,
মই তাৰেই এখান আলফুল ফেন
পচাৰতে যোৱা লয় পৰি।

তুমি অলেখ বন্তীৰ ধুনীয়া পোহৰ
একত্রে জ্বলা দেৱালী বাতি ;
মই, শ্মশান মাজত, ঘোৰ এন্ধাৰত,
মুমো মুমো হোৱা এটি চাকি।

তুমি জক্‌মক্ কৰা, সৌৰভ বিতৰা
মনমোহা ফুলনি এখন ;
মই তাৰে ফুলৰেণু অণুৰও অণু
পৰমাণু এটিহে মাথোন ॥

---

# তুমি।

তুমি ধ্ৰুবতাৰা মোৰ, জীৱন-নাওঁৰ
অকূল সাগৰে দিশহাৰা ;
তুমি গুৰিয়াল হই. ধুমুহাৰতাহে
ভেলখন মোৰ পাৰ কৰা।

তুমি হিয়া আকাশত নিশাকৰ মোৰ
বিতৰাই অমিয় কিৰণ ;
তুমি. মন-চকোৰৰ আনন্দ বঢ়াই
শৰতকালৰ ভৰা জোন।

তুমি ভাবনা-নদীৰ নিজৰা মোৰ
বিমল আনন্দ উথলাই ;
তুমি এন্ধাৰ দেহত ৰট্‌ৰট্ জ্বলা
চাকি এটি গৃহ পোহৰাই।

তুমি ধাৰে ধীৰে বোৱা বিৱলি বেলিৰ
এছাটি কোমল জুৰ বায়ু ;
তুমি গোটেই বিশ্বৰ প্ৰাণী সকলৰ
প্ৰাণ ধৰি ৰথা পৰমায়ু।

তুমি জীৱন-বৃক্ষৰ মূলগুৰি মোৰ
পাতঠানিৰ আগ পাতা,
তুমি কৰ্ম্ম-জীৱনৰ শিক্ষাগুৰু মোৰ
সকলো কৰ্ম্মৰ ফলদাতা।

তুমি শান্বনা মোৰ তাপিত প্ৰাণৰ
জ্ঞান, বুদ্ধি মোৰ অন্তৰত,
তুমি দিব্য জ্যোতি মোৰ দুই নয়নত
চিৰ শান্তি, সুখ জীৱনত।

---

# জীৱনৰ নিত্যতা।

অনিত্য অনিত্য বুলি নকৰা জীৱন,
হাজাৰ কলেও মোৰ নামানয় মন।
নিত্য অনিত্যৰ মাজে শিল-ওপৰত,
জীৱন মাথোন এটি নিজৰাৰ সোঁত।

ক্ৰমে ওখ, ক্ৰমে নীহ, আহি সমতল
অনন্তৰ ফালে যাব কৰি কল্‌কল্‌।
অনন্তত অন্ত হব, ক্ৰমে ভাপ হই
চোৰাচোঁ নিজৰা আৰু একেদৰে বই!

সুৰ, লয় ভুলি সঁচা যায় কত বীণ,
কিন্তু তাৰে সুৰ বাজে, বাজি বিশ্ব-বীণ।
কত ফুল থোপনাতে জঁই পৰি যায়
কিন্তু তাৰ সুগন্ধতো বায়ু বিতৰয়।

তৰুণ তপন সন্ধিয়াত মাৰ যায়,
কোনে কব পাবে আৰু হ'বহি উদয়?
পুৱাৰ সুনীলাকাশে চোৱা সেই ৰবি
একেই বৰণ-সনা দীপ্তিমান ছবি।

বিবিধত ফুল ফুটে, ক্ৰমে কব ধৰি
ক্ৰমে ফল, পকি-জহি যায় পাচে সৰি।
ফল সৰে, গছ হয়, আৰু সেই ফুল,
প্ৰক্ৰিয়া বেলেগ মাথোঁ নাই তাত ভুল।

মই আছোঁ, আছিলোঁও, বম একেদৰে,
ভিন মাথোঁ, নদী যেন সাগৰত পৰে।
জীৱন সমষ্টি এটি নিত্য, অনিত্যৰ
অনিত্যতা নাম মাথোঁ, বিকাৰ নিত্যৰ।

---

# উদাসীনতা ।

তোমাৰেই গীত প্ৰভো, তোমাৰে মহিমা,
তোমাৰেই তাল-মান তোমাৰেই বীণা ।
তুমিয়ে শিকালা মোক তাকে আজি গাওঁ,
যশস্যা-সৌৰভ মই পাবলৈ নাচাওঁ ;
তুমি যদি ক্ষমা কৰা নডবোঁ৷ আনক,
বটক বটক নিন্দা গৰিহণা মোক ।

হে সত্য ! হে অব্যক্ত ! তোমাৰ মহিমা,
নোৱাৰে কৰিব ব্যক্ত মোৰ ভগা বীণা
হে অনাদি ! হে অচিন্ত্য ! হে নিত্য ! নিৰ্ম্মল !
অতি উৰ্দ্ধে, অতি দূৰে, অতি সূক্ষ্ম, স্থূল,
বিৰাট শৰীৰে আছা বিশ্বক আগুৰি,
সূক্ষ্মৰূপে প্ৰতি দেহে হাতি-চাঁহী ধৰি ।

সময়-পাতত আজি লিখি তব নাম,
মোৰও মহত্ব প্ৰভো, তোমাত মিলাম ।
যেন কোনো গুণী ভক্ত তাল, সুৰ ধৰি
গায় তব সুধা-গীত সুললিত কৰি ।
তেতিয়া জাগিব বিশ্ব তোমাৰ নামত,
প্ৰেম-সোঁত বই যাব গোটেই বিশ্বত ।

---

# জোনলই।

বাসন্তী পূৰ্ণিমা ৰাতি, প্ৰফুল্ল জগত,
পুখুৰীত ঢউ খেলে ৰূপৰ পাতত,
জ্যোৎস্না-শিশু মধুহাঁহি ফুলে, গছে, পাতে
নিচালি পৰিছে শুই সুখ-কল্পনাতে।

প্ৰফুল্ল আকাশ আজি, প্ৰফুল্ল জগত,
মুকুতাৰ শাৰী শোভে গছৰ পাতত।
দিন ভাবি মাতে কুলি টোপনি-জালত,
সাৰ পাই ৰহিলোহি থিৰীকি মুখত।

"হে চন্দ্ৰমে, জ্যোৎস্নাময়ী, কলোঁহি জোনক
ই ৰূপ যৌবন বিধি কিয় দিলে তোক?
দিনে দিনে আয়ুক্ষয়, ক্ষয় শৰীৰৰ,
তনু খীণ ৰোগী যেন—যাতনা খেহৰ!

"অৱশেষে অমাবস্যা-মৰণ-শয্যাত,
ইৰূপ যৌৱন হায়! ডুবে অকালত!
তথাপি নপৰে মন জুৰ বিধাতাৰ,
বছৰে বছৰে কৰে ৰাহুৰ আধাৰ।

"তোৰ ই দুখ দেখি মোৰ হৃদয়ত,
বৰ বেথা লাগে দেহি! কোমল প্ৰাণত!
বিধাতা কৰিলে গোলাপক কাঁইটিয়া,
পেকত পদুম ফুলে, কিনো তাৰ হিয়া!"

# উদাসীনতা ।

তোমাৰেই গীত প্ৰভো, তোমাৰে মহিমা,
তোমাৰেই তাল-মান তোমাৰেই বীণা ।
তুমিয়ে শিকালা মোক তাকে আজি গাওঁ,
যশস্যা-সৌৰভ মই পাবলৈ নাচাওঁ ;
তুমি যদি ক্ষমা কৰা নডৰোঁ আনক,
বটক বটক নিন্দা গৰিহণা মোক ।

হে সত্য ! হে অব্যক্ত ! তোমাৰ মহিমা,
নোৱাৰে কৰিব ব্যক্ত মোৰ ভগা বীণা
হে অনাদি ! হে অচিন্ত্য ! হে নিত্য ! নিৰ্ম্মল !
অতি উৰ্দ্ধে, অতি দূৰে, অতি সূক্ষ্ম, স্থূল,
বিৰাট শৰীৰে আছা বিশ্বক আগুৰি,
সূক্ষ্মৰূপে প্ৰতি দেহে হাতি-চাঁহী ধৰি ।

সময়-পাতত আজি লিখি তব নাম,
মোৰও মহত্ত্ব প্ৰভো, তোমাত মিলাম ।
যেন কোনো গুণী ভক্ত তাল, সুৰ ধৰি
গায় তব সুধা-গীত সুললিত কৰি ।
তেতিয়া জাগিব বিশ্ব তোমাৰ নামত,
প্ৰেম-সোঁত বই যাব গোটেই বিশ্বত ।

---

# জোনলই।

বাসন্তী পূৰ্ণিমা ৰাতি, প্ৰফুল্ল জগত,
পুখুৰীত ঢউ খেলে ৰূপৰ পাতত,
জ্যোৎস্না-শিশু মধুহাঁহি ফুলে, গছে, পাতে
নিচালি পৰিছে শুই সুখ-কল্পনাতে।

প্ৰফুল্ল আকাশ আজি, প্ৰফুল্ল জগত,
মুকুতাৰ শাৰী শোভে গছৰ পাতত।
দিন ভাবি মাতে কুলি টোপনি-জালত,
সাৰ পাই ৰহিলোঁহি থিৰীকি মুখত।

"হে চন্দ্ৰমে, জ্যোৎস্নাময়ী, কলোঁহি জোনক
ই ৰূপ যৌৱন বিধি কিয় দিলে তোক?
দিনে দিনে আয়ুক্ষয়, ক্ষয় শৰীৰৰ,
তনু খীণ ৰোগী যেন—যাতনা খেহৰ!

"অৱশেষে অমাবস্যা-মৰণ-শয্যাত,
ইৰূপ যৌৱন হায়! ডুবে অকালত!
তথাপি নপৰে মন জুৰ বিধাতাৰ,
বছৰে বছৰে কৰে ৰাহুৰ আধাৰ।

"তোৰ ই দুখ দেখি মোৰ হৃদয়ত,
বৰ বেথা লাগে দেহি! কোমল প্ৰাণত!
বিধাতা কৰিলে গোলাপক কাঁইটিয়া,
পেকত পদুম ফুলে, কিনো তাৰ হিয়া!"

মিছিকীয়া হাঁহি মাৰি কলে মোক জোন
"অসুখী মৰতবাসি, কওঁ শুনচোন,
চিৰদিন একভাবে নাথায় কেওঁৰো,
নহয় অকল মোৰ, একে সকলোৰো।"

---

## ক্ষমা-ভিক্ষা।

প্ৰভো, ক্ষমাকৰা মোক,
অজানতে কত শত অপৰাধ,
কত পাপকাৰ্য্য সাধু নিন্দাবাদ,
নুশুনি তোমাৰ সজ হাক-বাধ
কৰিছোঁ কতনা দোষ!
প্ৰভো, ক্ষমা কৰা মোক।

প্ৰভো ক্ষমাকৰা মোক,
বিচ্ছেদ-পোৰণি কতনা হিয়াত,
অকাল বিয়োগ নিৰমম ঘাত,
বিপদ-ধুমুহা-কোব পাই গাত
কৰিছোঁ কতনা ৰোষ!
প্ৰভো ক্ষমা কৰা মোক।

প্ৰভো ক্ষমাকৰা মোক

চেনেহৰ হাৰ কালে ছিঙি দিলে,
ৰতন মাণিক থহি থহি গলে,
গালি, শপনিৰ এজাউৰি তোলে
কৰিছোঁ কতনা দোষ !
প্ৰভো, ক্ষমা কৰা মোক।

প্ৰভো ক্ষমা কৰা মোক,

কল্পনাতে আকাশত চাং পাতি,
আকাঙ্ক্ষাৰ আৰু দুই হাত পাতি,
নাপাই একোকে হই বিৰকতি,
কৰিছোঁ কতনা দোষ !
প্ৰভো ক্ষমা কৰা মোক।

প্ৰভো, ক্ষমা কৰা মোক,

আশা, ভৱমাত বাগৰি পৰিলে,
যৌবনৰ সুখে মোক পিঠি দিলে,
ৰোগ, শোক, কষ্টে আবৰি ধৰিলে,
কৰিছোঁ কতনা দোষ !
প্ৰভো, ক্ষমা কৰা মোক।

মিছিকীয়া হাঁহি-মাৰি কলে মোক জোন
"অসুখী মৰতবাসি, কওঁ শুনচোন,
চিৰদিন একভাবে নাযায় কেওঁৰো,
নহয় অকল মোৰ, একে সকলোৰো।"

---

## ক্ষমা-ভিক্ষা।

প্ৰভো, ক্ষমাকৰা মোক,
অজানতে কত শত অপৰাধ,
কত পাপকাৰ্য্য সাধু নিন্দাবাদ,
নুশুনি তোমাৰ সত্ত হাক-বাধ
কৰিছোঁ কতনা দোষ!
প্ৰভো, ক্ষমা কৰা মোক।

প্ৰভো ক্ষমাকৰা মোক,
বিচ্ছেদ-পোৰণিৰ কতনা হিয়াত,
অকাল বিয়োগ নিৰমম ঘাত,
বিপদ-ধুমুহা-কোব পাই গাত
কৰিছোঁ কতনা ৰোষ!
প্ৰভো ক্ষমা কৰা মোক।

প্ৰভো ক্ষমাকৰা মোক

চেনেহৰ হাৰ কালে ছিণ্ডি দিলে,
ৰতন মাণিক খহি খহি গলে,
গালি, শপনিৰ এজাউৰি তোলে
কৰিছোঁ কতনা দোষ!
প্ৰভো, ক্ষমা কৰা মোক।

প্ৰভো ক্ষমা কৰা মোক,

কল্পনাতে আকাশত চাং পাতি,
আকাঙ্ক্ষাৰ আক হুই হাত পাতি,
নাপাই একোকে হই বিৰকতি,
কৰিছোঁ কতনা ৰোষ!
প্ৰভো ক্ষমা কৰা মোক।

প্ৰভো, ক্ষমা কৰা মোক,

আশা, ভৰষাত বাগৰি পৰিলে,
যৌবনৰ সুখে মোক পিঠি দিলে,
ৰোগ, শোক, কষ্টে আবৰি ধৰিলে,
কৰিছোঁ কতনা দোষ!
প্ৰভো, ক্ষমা কৰা মোক।

প্ৰভো, ক্ষমা কৰা মোক,
দইন-দাৰিদ্ৰ-সোঁতাৰ কোঁৱত,
ত্ৰুটি যেবে হয় বিষয়-ভোগত,
মৃত দেহ লই গই শ্মশানত,
কৰিছোঁ কতনা ৰোষ !
প্ৰভো, ক্ষমা কৰা মোক।

---

# নাস্তিকৰ প্ৰতি।

তুমি কোৱা শুনি থাকোঁ, নকওঁ এযাৰো,
জনম প্ৰকৃতিগত, গছ, মানুহৰো।
প্ৰকৃতিৰ বন্ধানীতি তাতেহে জনম,
জীৱনৰ মহাযুঁজ জনম, মৰণ।

প্ৰকৃতি প্ৰসূতি মাথোঁ তুমি কোৱা ঠিক,
নামানা পুৰুষ তুমি বোলাই নাস্তিক।
নামানো যুকুতি মযো জানো এই সাৰ,
প্ৰকৃতি কৰণ মাথোঁ হাতত কৰ্ত্তাৰ।

নোহয় জটিল প্ৰশ্ন, দিয়াছোঁ উত্তৰ,
কেনেনো শিকালে মাখি সাজে বহঘৰ ?
কি কৌশলে চোহে মউ ফুলে ফুলে উৰি
কি কৌশলে সাজে বাঁহ শিল্প বাহাদুৰি ?

কোনেনো শিকালে কুলি কাউৰী বাঁহাত
পাৰে কণী, কিন্তু ঠিক ৰাখে গণনাত ?
কি কৌশলে বুন-চকা সাজে বাঁহটোক
কোন শিল্পালয়ে শিক্ষা কোৰচোন মোক ?

চোৱা আৰু পৰুৱাৰ' কণ শৰীৰতে
আছে বুদ্ধি, কাৰ্য্যসিদ্ধি একতা সইতে।
জহকালি সাঁচি থই, জাৰকালি খায়,
কি যতনে ৰাখে গঁজি, পচিও নাবায়।

ইদৰে সৃষ্টিত আছে হাজাৰ হাজাৰ
একে পটন্তৰ হেৰা ; তোমাৰে কথাৰ।
তুমি চোৱা ছায়াবাজী চকুৰ আগৰ,
নই চাওঁ বাজি আৰু তাৰ বাজিকৰ।

---

## শৱ দৰ্শনত।

কোনে যায় হেৰা, চোৱা আগবাঢ়ি,
কান্দনৰ ৰোলে পৃথিবী বিদাৰি ;
হৰি হৰি ধ্বনি পৰেচোঁ কাণত,
কিনো বন্ধা আছে সিডাল বাঁহত ?

প্ৰভো, ক্ষমা কৰা মোক,
দইন-দাৰিদ্ৰ-সোকাৰ কোৰত,
ক্ৰটি বেবে হয় বিষয়-ভোগত,
মৃত দেহ লই গই শশ্মানত,
কৰিছোঁ কতনা ৰোষ !
প্ৰভো, ক্ষমা কৰা মোক।

---

## নাস্তিকৰ প্ৰতি।

তুমি কোৱা শুনি থাকোঁ, নকওঁ এষাৰো,
জনম প্ৰকৃতিগত, গছ, মানুহৰো।
প্ৰকৃতিৰ বন্ধানীতি তাতেহে জনম,
জীৱনৰ মহাযুঁজ জনম, মৰণ।

প্ৰকৃতি প্ৰসূতি মাথোঁ তুমি কোৱা ঠিক,
নামানা পুৰুষ তুমি বোলাই নাস্তিক।
নামানো যুকুতি ময়ো জানো এই সাৰ,
প্ৰকৃতি কৰণ মাথোঁ হাতত কৰ্ত্তাৰ।

মোহয় জটিল প্ৰশ্ন, দিয়াছোঁ উত্তৰ,
কেনেনো শিকালে মাখি সাজে বহঘৰ ?
কি কৌশলে চোহে মউ ফুলে ফুলে উৰি
কি কৌশলে সাজে বাঁহ শিল্প বাহাদুৰি ?

কোনেনো শিকালে কুলি কাউৰী বাহাত
পাৰে কণী, কিন্তু ঠিক ৰাখে গণনাত ?
কি কৌশলে বুন-চকা সাজে বাহটোক
কোন শিল্পালয়ে শিক্ষা কোৱচোন মোক ?

চোৰা আৰু পৰুৱাৰ' কণ শৰীৰতে
আছে বুদ্ধি, কাৰ্য্যসিদ্ধি একতা সইতে।
জহকালি সাঁচি থই, জাৰকালি খায়,
কি যতনে ৰাখে গঁজি, পচিও নাযায়।

ইদৰে সৃষ্টিত আছে হাজাৰ হাজাৰ
একে পটন্তৰ হেৰা ; তোমাৰে কথাৰ।
তুমি চোৰা ছায়াবাজী চকুৰ আগৰ,
মই চাওঁ বাজি আৰু তাৰ বাজিকৰ।

---

## শৱ দৰ্শনত।

কোনে যায় হেৰা, চোৱা আগবাঢ়ি,
কান্দনৰ বোলে পৃথিবী বিদাৰি ;
হৰি হৰি ধ্বনি পৰেচোঁ কাণত,
কিনো বন্ধা আছে সিডাল বাঁহত ?

এনেনে কালৰ মাহাত্ম্য প্ৰধান ?
এনেনে জন্মৰ শেহ পৰিণাম ?
এই যে শৰীৰ চকু পলকত
ইদৰেই পৰে অনন্ত-বুকত !

থাক্ থাক্ হেযা, নাই ইচ্ছা চাব,
চালে আকবাৰ পৰাণ ভাঙিব ;
পুৰুষ কি স্ত্ৰী কোনবা পথিক,
পুনু খোজ ললে এইয়েই ঠিক ।

অহহ ! কোনবা মাতৃৰ বুকৰ,
আছিল পুতাই বৰ চেনেহৰ !
অথবা পিতাৰ আলাসৰ লাৰু ;
অথৰ্ব্ব কালৰ হেলনীয়া গাৰু ।

কিম্বা কাৰো ভাই, কলিজা বুকৰ ;
সুৰাগতে উঠা ভনী চেনেহৰ ।
শিথাৰ সিন্দূৰ কোনো ৰমণীৰ,
প্ৰেম-চিত্ৰ কোনো প্ৰেমভিখাৰীৰ ।

হয়ত কোনবা ধনীৰ জিয়াৰী ;
নিতে ন ন সাজে থাকি কাচি-পাৰি ।
এয়েই অঙ্গত কত আভৰণ,
চাই দাপোণত বেহ-ৰূপ থন !

কিম্বা কোনো দুখী, শুকাই ভোকতে,
মাতিছিল ধনী বিক্‌চিনা মাতে !
কিম্বা চিৰৰুগী হায় ! আজি তাৰ
পৰিলহি ওৰ দুখ, যাতনাৰ !

কিকি হ'ক তুমি নকবাচো মোক,
শিহঁৰিছে নোম ডৰি মৰণক !
অহহ ! মায়াৰ ছলনাই সাৰ,
হায় ! এয়েনেকি সৃষ্টি বিধাতাৰ !

---

## উদাৰতা।

### ( ১ )

উদাৰ আকাশ প্ৰভো,
তোমাৰেই যদি চিন্,
উদাৰ সুৰুৰ যদি
তোমাৰেই বায় বীণ ;
উদাৰ বতাহ যদি
তোমাৰেই গীত গায়,
জীৱ জগতৰ হেতু
অণুতে অণুতে বয় !

জলধি উদাৰ ভাৱে
　　　ঢালিদিয়ে অমিৰ্ত্বিত,
আনন্দে জগত নাচে
　　　ফলে, ফুলে সুশোভিত।
পৰ্ব্বতো যদিহে ঘোষে
　　　তোমাৰেই জয়কীৰ্ত্তি,
দেহত আশ্ৰয় দিয়ে
　　　জীৱ-জন্তু সকলোটি।
তেনেহলে তুমি প্ৰভো,
　　　মহান উদাৰ হোৱা,
ৰাখিছা যিহেতু চিন্
　　　যাক তুমি ভাল পোৱা।

( ২ )

কিয় তেন্তে হে উদাৰ,
　　　হাজাৰ কাকুতি মোৰ,
নপশে তোমাৰ কাণে
　　　কিয় নিৰদয় ঘোৰ?
চকুলো নেদেখোঁ বাট
　　　ভুগি ৰোগ, দুখ, শোক,
বিশ্বৰ একোণে থাকোঁ
　　　কোনেও নাচায় মোক।

অতুল ধনৰ স্বামী
কত দান সকুঁৰাৰ,
কিয় দিন ভিক্ষাসাৰ
এই মাথোঁ নিচলাৰ ?
কিয় ৰোগে দীন, খীণ
ৰোজা মাথোঁ শৰীৰৰ ?
নাই বিদ্যা, বুদ্ধি বল
পৰিণাম কি পাপৰ ?
কতবাৰ সমাদৰি
মাতিছোঁ মৰণ মই,
মৰোঁ মৰোঁ, কতবাৰ
থাকোঁ জীউধৰি ৰই।
তীব্ৰ যাতনাৰ টুকোঁ
চকুপানী নিজৰাৰ,
নাপাওঁ উপায় কিয়
দয়াময়, হে উদাৰ ?

———

# এদিন পুৱাত।

তৰুণ তপন পূব আকাশত,
জাননী দিছেহি কৰ্ম্ম-জগতত।
কাৰিকৰ যেন গিল্‌টিহে কৰি,
শোভে সোণ এনে গিৰিশিৰোপৰি।
কু-উ, কু-উ কৰি মানাহনদীৰ,
ধীৰে ধীৰে ধীৰে বই যায় নীৰ।

কল্পনাৰ লগে নদীৰ পাৰত,
আছিলোঁ এদিন এনে সময়ত।
কাঁহিফুলা ঢউ ৰূপ জেউতিত,
ঘনে হাঁহি মাৰি লুকায় পানীত।
কত কাঠ, বাঁহ সোঁতৰ লগতে,
এই দেখোঁ, আৰু নেদেখোঁ থিতাতে।

মধুৰ মাতেৰে, নদীৰ সুৰতে
সুৰ ধৰি মই সুধিলোঁ সবতে,—
"ক'ৰ পৰা আহি কলৈ যোৱা ভাহি,
প্ৰফুল্ল ভাবেৰে হেৰা, হাঁহি হাঁহি ?
কোন পুণ্যদেশ, তাৰ কিবা নাম,
দিবা নে উত্তৰ ? জুৰাবা নে প্ৰাণ ?

"ময়ো যাত্ৰী হেবা, জীৱন-পুৰাত,
দিয়া সমিধান, প্ৰাণ কৰা শাঁত ?"
নিৰখি নিৰখি চালেহে সকলে,
ঠাৰেও চিয়াৰে কিবা কিবি কালে।
নুবুজি একোকে লেপেতি বালুতে
বলোঁ কতবেলি—কি ভাবি মনতে।

দূৰে অতিদূৰে এটি গৰখীয়া,
আছিল বজাই কি তাৰ পিপিয়া।
বিহাৰ আঁচলে মেঘ এড়খুৰি
ঢাকিলে সাবিতা, নেদেখি সমূলি।
ছাঁয়া পৰি তাৰো প্ৰকৃতি-মুখত,
জগালে মৰণ, জনম-পটত।

পিপিয়াৰ সুৰ ক্ৰমে গ'ল মাৰ,
ওলালে সবিতা দেখোঁ আকৰাৰ।
এয়েনেকি সুৰ নৱ-জীৱনত ?
এয়েনে জনম মৰণ-বুকুত ?
ভাৱি ভাবি বলোঁ একেথৰে চাই,
আপোন ভাবতে আপুনি লুকাই।

# এদিন পুৱাত।

তৰুণ তপন পূব আকাশত,
জ্যাননী দিছেহি কৰ্ম্ম-জগতত।
কাবিকৰ যেন গিল্‌টিহে কৰি,
শোভে সোণ এনে গিৰিশিৰোপৰি।
ক-উ, ক-উ কৰি মানাহনদীৰ,
ধীৰে ধীৰে ধীৰে বই যায় নীৰ।

কল্পনাৰ লগে নদীৰ পাৰত,
আছিলোঁ এদিন এনে সময়ত।
কঁাহিফুলা ঢউ ৰূপ জেউতিত,
ঘনে হাঁহি মাৰি লুকায় পানীত।
কত কাঠ, বাঁহ সোঁতৰ লগতে,
এই দেখোঁ, আৰু নেদেখোঁ থিতাতে।

মধুৰ মাতেৰে, নদীৰ সুৰতে
সুৰ ধৰি মই সুধিলোঁ সবতে,—
“ক’ৰ পৰা আহি কলৈ যোৱা ভাহি,
প্ৰফুল্ল ভাবেৰে হেৰা, হাঁহি হাঁহি ?
কোন পুণ্যদেশ, তাৰ কিবা নাম,
দিবা নে উত্তৰ ? জুৰাবা নে প্ৰাণ ?

"মন্নো যাত্ৰী হেবা, জীৱন-পুৰাত,
দিয়া সন্ধিধান, প্ৰাণ কৰা শাঁত ?"
নিৰখি নিৰখি চালেহে সকলে,
ঠাৰেও চিয়াৰে কিবা কিবি কালে।
নুবুজি একোকে লেপেতি বালুতে
বলোঁ কতবেলি—কি ভাবি মনতে।

দূৰে অতিদূৰে এটি গৰখীয়া,
আছিল বজাই কি তাৰ পিপিয়া।
বিহাৰ আঁচলে মেঘ এডুখুৰি
ঢাকিলে সাৱিতা, নেদেখি সমূলি।
ছাঁয়া পৰি তাৰো প্ৰকৃতি-মুখত,
জগালে মৰণ, জনম-পটত।

পিপিয়াৰ সুৰ ক্ৰমে গ'ল মাৰ,
ওলালে সবিতা দেখোঁ আকবাৰ।
এয়েনেকি সুৰ নব-জীৱনত ?
এয়েনে জনম মৰণ-বুকত ?
ভাবি ভাবি বলোঁ একেথৰে চাই,
আপোন ভাৱতে আপুনি লুকাই।

বায়ু-বোকোচাত এধাকুটা মাত,
কাঁড় পৰা দৰে পৰিল বিদ্ধাত ;
“মানব, তুমিও আমাৰেই দৰে,
ভটিয়াই আছা অদৃশ্য সোঁতেৰে।
মহান অনন্ত তোমাৰ আগত,
হাঁহি হাঁহি যোৱা কৰ্ত্তব্য-পথত।

“জীৱনৰো সোঁত ঠিক এই দৰে.
লৰা, ডেকা, বুঢ়া ৰখি সবিতাৰে।
পুৱাতে আছিলোঁ আৰও দূৰত,
পালোঁ দুপৰীয়া দেখিলাহি যত ;
আহিব সন্ধ্যা, ঘোৰ অন্ধকাৰ,
কেনি ক'ত যাওঁ ঠিক নাই তাৰ।”

---

## সাম্যভাব।

সুখ কিবা, দুখ কিবা, নজানোঁ সঠিক ;
সুখে দুখ, দুখে সুখ, জানোঁ মাথোঁ ঠিক।
বুজোঁ বুলি কতবাৰ আহিলোঁ কাষত,
আপুনি শিকিব কলা, আপোন মনত।

যশ, মান, ধন, কিবা নাপালোঁ সোৱাদ,
সংসাৰ-খেতত মই পালোঁ বানুভাগ।
সিঁচিলোঁ যতন পানী স্বাস্থ্য-গোলাপত,
কলিতে ছিঙিলে পোকে কিবা কুক্ষণত।

যাচিদিলোঁ প্ৰেমহাৰ আনৰ গলত,
তথাপিতো মোৰ বুলি নললে বুকত;
এফলীয়া হই মই সংসাৰত ৰওঁ,
আনে ভাল নাপাওঁক, আনকহে পাওঁ।

আনৰ দেখিলে কাম নিন্দা, গৰিহণা,
দেখিও নেদেখোঁ যেন মই দিনকণা!
নিজৰ দোষটি কিন্তু যেবে দেখা পাওঁ,
বিঙিয়াই মই যেন ঢোলপিটি কওঁ।

সদায় সন্তুষ্ট থাকোঁ যিবা দিছা তাতে
নমৰ, বিনয়ী হওঁ প্ৰতি আখৰতে।
আনৰ দুখৰ বোজা হৃদয়ত তুলি,
চিয়ঁৰি চিয়ঁৰি থাকোঁ 'আয়ে দেহি'বুলি।

অনাথ, দুখীয়া, দেখি পদূলী মুৰত,
সমাদৰি আনো যেন পজা ডোখৰত।
আচাৰ বিচাৰ এৰি ভাই ভাই বুলি,
সকলোকে ধৰোঁ যেন মই আকোৱালি।

বাটকৰা আছে যায় তোমাৰ ঘাটত,
বলোঁ মযো তাকে চাই নদীৰ পাৰত
পাৰৰ সম্বল দেখোঁ মোৰ একো নাই,
গা'ৰ সাজটি ৰাখি পাৰ হম মই।

---

# দুৰ্ব্বাসনা।

আজি গোটেই পুৱাতে উঠি দেৱ
বিচাৰি পূজাৰ সম্ভাৰ,
আশা-বিবিধৰ ছাঁত কৰিছিলোঁ
তোমাৰ পূজাৰ যোগাৰ।
তামৰ কলসী ভৰি ৰাখিছিলোঁ
বৰহেপাহে ভক্তি-পানী ;
ধুই দিম বুলি আপোন হাতেৰে
ৰাতুল চৰণ দুইখানি।

কণ্ঠাগত কৰি ৰাখিছিলোঁ মই
গাম স্তুতি-গীত বেদ-ছন্দে ;
দুষিত বায়ুক ৰাখি আঁতৰত
ধুপ আৰু ধুনাৰ গন্ধে।

অকস্মাত হায়! মাৰি ঢেবেকনি
ধুমুহা আহিল, ধৰিলে চেঁচনি,
এন্ধাৰও হল, ধূপ নুমি গল,
পূজাৰ সম্ভাৰ ছিটিছন্ হল,
কলসী পৰিল বাগৰি;
বহু হেপাহৰ, বহু যতনৰ,
পূজা গল মোৰ আঁতৰি।

ইদৰে কতনা দেৱ, কতশত বাৰ
কৰিছোঁ তোমাৰ মই পূজাৰ যোগাৰ;
সম্মুখত জ্ঞানবস্তা, পাতিছোঁ আসন
বহু যতনাই আনা একাগ্ৰতা-বন।
হায়! মোৰ আশা ছেদি দেখোঁ বাৰবাৰ,
সংসাৰ-ধুমুহা আহি ক্ষণে নিয়ে মাৰ!

---

## বুঢ়াৰ কথা।

( ১ )

গা-উঠা এজন ডেকা, নাপাই দুখৰ সেকা
ভেঙুচাই সুধিলে বুঢ়াক,
"আতা হেৰা, সংসাৰৰ প্ৰেম, ধন, বিলাসৰ
কথা দেখোঁ নোকোৱা আমাক?"

বুঢ়াৰ সৰিছে দাঁত, হাৰ, চাল আছে গাত,
কঁপে মাত প্ৰতি আখৰত ;
গাৰ কাপোৰ থই, হাঁহি মাৰি মিছিকাই
কলেহি ডেকাৰ উত্তৰত,
“নজানোঁ বুকৰ বোপা, মই সি সকলো সোপা
পাইছিলোঁ মাথোঁ সপোনত ;
সপোন ভাঙিছে মোৰ চাওঁ দেখোঁ সিসবৰ
জঁকা ইটো আছেহি অন্তত।”

( ২ )

উমলি এজুম লৰা গছৰ তলত,
আছিল এদিনা পুৰা কাঁচলি বদত।
লুৰ্ লুৰা বুঢ়া এটা গইছে কাষেৰে,
খুপি খুপি কোনো মতে লাখুটি দালেৰে।
সোটোৰা-সোটোৰ চাল পৰিছে ওলমি,
নিৰখি নিৰখি চায় লৰাবোৰে জুমি,
থুকুচি-থুকুচি হাঁহে কৰি ভেঙুচালি,
কতনা বুঢ়াৰ ভাও কৰে হালি-জালি !
এজনে সুধিলে, “আতা, তোৰনো গাৰত
ওলমিছে ইকি কিনো ?” বুঢ়া উত্তৰত
কলে, “সোণা, থাক আৰু দুদিন ইয়াত
নিজেই উত্তৰ পাবি দুসুধি বুঢ়াত।”

( ৩ )

গাভক এজনী পানীৰ ঘাটক,
গাইছে কলহ লই কাষত,
ৰূপৰ জেউতি পৰিছে উতলি,
তাপ পাই ভৰ দুপৰত।

আশী বছৰীয়া বুঢ়া আপ যায়
লাখুটিদালত ধৰি খুপি ;
দেখি গাভৰুক নিৰখি নিৰখি
তধালাগি ৰল থমকি।

"ইকিনো স্বভাৱ!" কলে গাভৰুৱে
"নেৰিলে বিষয় বুঢ়াতো তোক,
ৰূপ, ৰস, গন্ধ, স্পৰ্শ এতিয়াও
নিনিয়ালে মাৰ বাসনা-ভোক!"

"নাপাৰিবি গালি," কলে বুঢ়া আপ,
"তিয়াগিছোঁ পঞ্চ বিষয়ক,
কোনেনো সাজিলে এনে মুখখনি
তাকে ভাবি মই চাওঁ তোক।"

---

# সুখ-সপোন।

য'ত, বদ, বৰষুণ, শীত আৰু উষ্মী
সমূলি অকণো নাই ;
য'ত, অমিয় কিৰণ ঢোলে জোনবাই
মলয়া সমীৰ বয়।

য'ত, ভাবনা-ধুমুহা নোৱাৰে পশিব,
বিপদৰ ঢৌ নুঠে,
য'ত, শান্তি সৰসিত, প্ৰেমসুধা ৰাশি
সদায় অটুট থাকে।

য'ত, বিচ্ছেদ-পোৰণি জনম, মৰণ-
যাতনাৰ পাই ওৰ,
য'ত, তৱ প্ৰেমৰূপ সঞ্জীৱনী সুধা
ভোক পিয়াহৰ হোৰ।

য'ত, মধুৰ চুমাত চেঁচা বায়ু নাই
মায়া-শিকলি-বন্ধন ;
য'ত, মুকলি মুৰীয়া আলাসতে ফুৰা,
প্ৰাণে প্ৰাণে সম্মিলন।

য'ত, হৃদয় উপচা হাঁহি, খিকিন্দালি
সপোনতো নাই চকুলো ;
য'ত, বসন্ত-বাণীক আদৰি সাদৰি
বাৰে'তি কালৰ কু-কু ।

আহা ! হবনে এদিন সেই নিকুঞ্জত
তব গুণ-গীত গাই,
উলাহ আবেগে, নাচি নাচি ফুৰি
থাকিব পাৰিম মই !

---

## শিকনি ।

"কচোন বিটপি হেবা" আমলই চাই
খেলালে মনত কিবা কলোঁ দেখোঁ মই ;
তেতিয়া গছত নাই একেটিও ফল,
বায়ুৰ কোবত পাত কৰে জল্মল্ ।

"ক'চোন বিটপি হেবা, আগেতো কতনা
শুনিছিলোঁ তোৰ ঘৰে মধুৰ বাজনা !
নচা, বজা কত গীত সুললিত সুৰে
ছত্রিচ ৰাগিণী তোৰ আছিল ছুৱাৰে ।

"বংটালী নগৰীসব কেনি গল তোৰ ?
নীৰল, নিমাত আজি নাই দেখোঁ বোল ?
মুখতে নুফুটে কথা, অবুজ সুৰেৰে
বায়ুৰ কোৱত কিনো কথা সৰি পৰে ?

"ঐশ্বৰ্য্য বিৰিখে মোৰো ধৰিছিল ফল,
বান্ধিছিল বাহ আহি চৰাই সকল।
নিজাৰ মাৰিছে গছ,—ফল গৈছে সৰি
চৰাই সকল গল দিশদিদি উৰি।

"তোৰদৰে মষো এবে অবুজ সুৰতে
আপোনাৰ দুখ কওঁ আপোন মনতে।
ওলালে চকুৰ পানী মুচোঁ আঁচলত,
মোৰ মোৰ মোৰ মাথোঁ সম্পদ কালত !"

---

## জলাঞ্জলি।

ছাঁতে ছাঁতে হৰি, আছা তুমি ঘূৰি ঘূৰি,
আহা! মই কিনো ভাগ্যবান!
এৰিলে আত্মীয় জন, তুমি প্ৰভো, দয়াবান
এৰা নাই এখন্তেকমান।

তোমাৰ অস্তিত্ব মোৰ,           শান্তি মাথোঁ বিপদৰ,
জেউতি মনৰ তব জ্ঞান ;
তোমাৰ করুণা হবি,           অমিৱিত দিয়ে ঢালি
তাতেইটো মোৰ-ই জীৱন।

সাগৰে যেতিয়া পৰি,           থাকোঁ কক্‌বক্‌ কৰি,
তুমি আহি ধৰা গুৰিবঠা ;
ত্ৰিতাপে যেতিয়া প্ৰাণ,           হাৰায় চেতন, জ্ঞান,
শান্তি দিয়া ঢালি মউকথা।

তুমি বন্ধু, তুমি প্ৰাণ,           তুমি মোৰ আত্মা, জ্ঞান,
জীৱনৰ তুমিহে কাণ্ডাৰী,
আছেনে স্তুতনি কিবা,           পাৰোনে তোমাক দিবা,
মৰতত বিচাৰি বিচাৰি ?

আছে মাথোঁ হিয়া এটি,           তুমিয়েতো দিয়া-স্মৃতি
নিয়া আজিদিলোঁ চৰণত,
কামনা বিহীন হই,           বলোঁ একলিয়া মই,
তুমিময় এই সংসাৰত।

---

# আশা।

জীৱনৰ সহচৰী, সৰল প্ৰতিমে
হে আশা, তুমি শান্তি নীৰস প্ৰাণত ;
তাপে, দুখে মানৱৰ সম্পদে, বিপদে
শান্তিময়ী দেৱী—ৰহি মুৰ শিতানত।

ভবিষ্যত অন্ধকাৰ কল্পনা-পথত,
দিব্য জ্যোতি তুমি ঢালি স্বৰগী কিৰণ ;
শান্ত্বনা পৰম তাৰ ভগ্ন হৃদয়ত,
পবিত্ৰ হৰষ আৰু আঁচলৰ ধন।

বিজয় পতাকা তুলি জীৱন-যুঁজত
বিজুলী চমকদিয়া চকুলাৰি চাত্ ;
যশস্থা-মুকুট দিয়া ; কবিতা-সৌৰভ,
কুবেৰৰ ধন আৰু এন্ধাৰ গুহাত।

কল্পনা দুৱাৰে নিয়া প্ৰেমৰ ৰাজ্যত
মউসনা কত কথা বিৰহে, মিলনে !
সুখৰ অমৰাপুৰি, ধৈৰ্য্য বিপদত,
চেনেহী লগৰী তাৰ জীৱনে, মৰণে।

কত চিত্ৰ, চিত্ৰলেখা, কোমল হাতেৰে
আঁকা তুমি নানা ৰঙে ভবিষ্য-পটত ;
দেখাবানে স্নেহময়ি, মোক সপোনত,
কি চিত্ৰ আঁকিছা মোৰ মৃত্যুৰ পাচত ?

হে অমৰী আশা !

খিলঞ্জিয়া জীৱনৰ মধুৰ পুৰাতে,
পূবৰ আকাশ যেৱে হ'বহি পোহৰ ;
দেখাবা চেনেহী সখি, তাৰ মুখখন,
আজি যাৰ চকুপানী-টুকোঁ বিৰহৰ।

---

## চন্দ্ৰভিটা।

ভিখাৰী তেতিয়া গই সন্ধ্যা-দুৱাৰত,
চাপিছে অতিথি ঘামি-জামি ভাগৰত।
এটি মাথোঁ তৰা ভালে সন্ধিয়াদেৱীৰ,
আৰু এটি খীণ চাকি বুকত নঙ্গৰ।

ওচৰৰ ঝাঁৰণীৰ গছৰ থোঁৰত
কুৰুলিছে ফেঁচা ফেঁচী মন উলাহত ;
ভঙা-ছিঙা পকি বেৰা ঘৰ আদি চিন্
বাইছে কৰুণ সুৰে অতীজৰে বীণ।

সি বীণৰ সুৰ যেন বাজি মোৰ কাণে,
অতীজৰ হিয়া-ফটা শোকগীত ভণে ;
সজা-ভঙা, ভঙা-সজা সৃষ্টি বিধাতাৰ,
দুদিনীয়া মানবৰ অভিনয় আৰ।

# আশা।

জীৱনৰ সহচৰী, সৰল প্ৰতিমে
হে আশা, তুমি শান্তি নীৰস প্ৰাণত ;
তাপে, দুখে মানবৰ সম্পদে, বিপদে
শান্তিময়ী দেৱী—ৰহি মুৰ শিতানত।

ভবিষ্যত অন্ধকাৰ কল্পনা-পথত,
দিব্য জ্যোতি তুমি ঢালি স্বৰগী কিৰণ ;
শান্ত্বনা পৰম তাৰ ভগ্ন হৃদয়ত,
পবিত্ৰ হবৰ আৰু আঁচলৰ ধন।

বিজয় পতাকা তুলি জীৱন-যুঁজত
বিজুলী চমকদিয়া চকুমাৰি চাত্ ;
যশস্যা-মুকুট দিয়া ; কবিতা-সৌৰভ,
কুবেৰৰ ধন আৰু এক্বাষ গুহাত।

কল্পনা দুৱাৰে নিয়া প্ৰেমৰ ৰাজ্যত
নউসনা কত কথা বিৰহে, মিলনে!
সুখৰ অনয়াপুৰি, ধৈৰ্য্য বিপদত,
চেনেহী লগৰী তাৰ জীৱনে, মৰণে।

কত চিত্ৰ, চিত্ৰলেখা, কোমল হাতেৰে
আঁকা তুমি নানা ৰঙে ভবিষ্য-পটত ;
দেখাবানে স্নেহময়ি, মোক সগোনত,
কি চিত্ৰ আঁকিছা মোৰ মৃত্যুৰ পাচত ?

হে অমৰী আশা!
খিলঞ্জিয়া জীৱনৰ মধুৰ পুৱাতে,
পূবৰ আকাশ যেবে হ'বহি পোহৰ ;
দেখাবা চেনেহী সখি, তাৰ মুখখন,
আজি যাৰ চকুপানী-টুকোঁ বিৰহৰ।

---

## চন্ভিটা।

ভিখাৰী তেতিয়া গই সন্ধ্যা-ভুৱাবত,
চাপিছে অতিথি ঘামি-জামি ভাগৰত।
এটি মাথোঁ তৰা ভালে সন্ধিয়াদেৱীৰ,
আৰু এটি খীণ চাকি বুকত নঙৰ।

ওচৰৰ ঝাঁৱণীৰ গছৰ খোঁৰত
কুৰুলিছে ফেঁচা ফেঁচী মন উলাহত ;
ভঙা-ছিঙা পকি বেৰা ঘৰ আদি চিন্
বাইছে কৰুণ সুৰে অতীজৰে বীণ।

সি বীণৰ সুৰ যেন বাজি মোৰ কাণে,
অতীজৰ হিয়া-ফটা শোকগীত ভণে ;
সজা-ভঙা, ভঙা-সজা-সৃষ্টি বিধাতাৰ,
ছুদিনীয়া মানবৰ অভিনয় আৰ।

"শুনচোন, হে পথিক, ইঠাই এদিন,
আছিল অমৰাৱতী শোক, তাপ হীন ;
বকৰাৱ চেনেহৰ এই হাউলিত
জ্বলিছিল শত চাকি সন্ধ্যা-আৰতিত।

নাছিল অভাব একো, লক্ষ্মী, সৰস্বতী
আছিল চেনেহে কৰি সাৱটা সাৱটি
কত সীতা, দময়ন্তী পোহৰাই ঘৰ,
তেজস্বী কতনা ডেকা সম কন্দৰ্পৰ !

কত দেৱশিশু মিলি ঠিক ইপৰত,
মহা উৰ্ম্মিবোল তুলি আকাশ-বুকত,
খেলিছিল স্বৰগৰ খেলা মধুময়
হায় ! কালসোঁতে আজি সকলোবে লয় !

কাচলি গুছাই কত দেৱ নৰৰূপী,
খাইছিল মাতৃদুগ্ধ নাচি নাচি হুপি ;
স্বৰাগৰ কত চুমা বুলি 'মোৰ সোণ'
ক'ত সি সকল আজি স্মৃতি নাইচোন !

কত পতিপ্ৰাণা থাকি স্বামীৰ বুকত,
দিছিল মধুৰ চুমা আবেগ ভৰত ;
পৰিছিল মন্দাকিনী প্ৰেম-সাগৰত
হায় ! তাৰ সুখ-স্মৃতি কালৰ বকত।

পিতা পুত্র, ভাই-ভাই ইটি সিটি মিলি
কত বাৰ আলিঙ্গন, ধৰি আকোঁৱালি ;
বন্ধু বন্ধু মিলি কত স্নেহ-সম্ভাষণ !
কৰি এই মৰতক নন্দনকানন !

বিবাহে, উৎসবে ৰাজি কত ঢোল, খোল,
তুলিছিল একদিন মহা উৰ্ম্মি-ৰোল !
বোৱাৰী জীয়াৰী মিলি উৰুলি-জোকাৰ,
চকু চকু সম্মিলন গাভৰু, ডেকাৰ !

হায় ! সমূলিকে নাই চিন্-চাব্ তাৰ,
আছে শিয়ালৰ হুৱা কুকুলি কেঁচাৰ ।
মানুহ আহেবা কিয় ? যায়বাই ক'ত ?
ইকি ! কোনো মৰীচিকা মৰুৰ বুকত !

---

# কৃপণলৈ।

বহুদিন হে কৃপণ, কৃপণালি তোৰ,
চাই অন্তৰত বৰ দুখ লাগে মোৰ।
সিহেঁতু আহিছোঁ আজি কব একাবাৰ,
সহজে কথকী নই চহকী কথাৰ।

কৃপণালি মহাপাপ জানিবি ঠাৰৰ,
আত্মাৰ পীড়নকাৰী, শত্রু জীৱনৰ।
আত্মা ঈশ্বৰৰ মূর্ত্তি দেহ-মন্দিৰত,
আত্মা কষ্টে মহাপাপ-ৰাখিবি মনত।

নহয় অকল তোৰ, ভাৰ্য্যা, সুতগণ
তোৰ হেতু কত কষ্ট ভুঞ্জে অকাৰণ!
যদিও অবুজ তই নিতউ পুৰাতে
তোৰেই মৰণ সবে ঈশ্বৰত খাটে।

ভুলতো কোনবা যদি লোৱে তোৰ নাম,
আথাতে নাযায় জুই কলমলা প্ৰাণ
থাক কিম্বা মৰ কিন্তু দেশ, সমাজৰ
অলপো নহত তই লাগৰ-ভাগৰ।

মাটিৰেতো দেহা এই, যাব সৰি-পচি,
শগুণ, শিয়ালে, পোকে খাব খচি খচি।
ক'ত বব ধন তোৰ মাটিৰ তলত,
হে কৃপণ, চাচোঁ ভাবি অলপো মনত।

যি ধন ৰাখিছ তই মাটিৰ তলত,
কত প্ৰাণী পৰে বক্ষা ঘোৰ আকালত!
কিম্বা দান, ধৰ্ম্মে আৰু দেশৰ কাৰণ
দিলে তোৰ পৃথিবীত থাকেতো সুনাম।

ইধন গছকি ৰাখি নোহে তোৰ কাম,
ৰাখিব যদিহে পাৰ পৰমাৰ্থ-ধান
কালে শস্য-গুটি ফলি মুক্তিৰ ভঁৰাল
ৰাখিব অটুট তোৰ ব্যৰেওটি কাল।

---

# জ্ঞান।

মূৰ্খ, জ্ঞানী তুমি কোৱা প্ৰতি আখৰতে,
নইতো নুবুজোঁ ভেদ জ্ঞান, অজ্ঞানতে ;
কিবা মধুময় ফল, শাস্ত্ৰ-বিবিধৰ,
কিবা কোনো শস্যগুটি শৰীৰ-খেতৰ,
নুবুজোঁ একোকে মই—জানোঁ মাথোঁ সাৰ
জ্ঞান অমূল্য দান সৃষ্টি কৰতাৰ।

কোন নই ? কলৈ যাম ? ভাবি অন্তৰত,
আছে যাৰ ভয়, ভক্তি সদা ঈশ্বৰত,
স্পৃহাহীন, উদাসীন সুখে আৰু দুখে
সৰল শিশুৰ দৰে সদা হাঁহি মুখে।
হিংসা, দম্ভ, অভিমান নাই অন্তৰত,
নিৰমল হিয়া, পমি আনৰ দুখত

সেয়ে জ্ঞানী ; ইন্দ্ৰিয়ক কৰিছে দমন,
ভোগহীন বিষয়ত, উৰ্দ্ধে আছে মন।
সেয়ে জ্ঞানী মই বুজোঁ, আছে তাৰ জ্ঞান
নজানোঁ জ্ঞানৰ যদি আছে অৰ্থ আন।
বহুদূৰে সাগৰৰ আছোঁ বালু-গণি
দয়া কৰি কোৱা মোক 'জ্ঞান আৰু জ্ঞানী'।

---

# সুখ।

তুমি হে মানব, এই পৃথিবীত
সুখ. সুখ কৰি বিচাৰি ফুৰা ;
আছে যেবে নাম অৰণ্যেতো পাম
বিচাৰি নোপোৱা কিয় ওবে ধৰা ?

সুখৰ হেতুহে জনম তোমাৰ
আহিছা তুমিও তাকে বিচাৰি ;
মৰণতো যদি সুখ আছে জানা,
তেনেহলে তাকো লোৱা সাদৰি।

কি নাম সুখৰ এই পৃথিবীত,
কিনো ছদ্মবেশে ফুৰে ইয়াত ?
সন্তোষ, আনন্দ, বিলাসিতা কিম্বা
ভালপোৱা, ভোগ ?—মহা—সমস্যাত !

ক'ত আছে ? কোনে ৰাখে লুকুৱাই,
ৰাজ-মুকুটত ?—ভগা পঁজাত ?
কাব্য-সোৱাদত, সজ্জন-সঙ্গত,
খনি আকৰত—গাভৰু হিয়াত ?

বৈৰাগ্য ভাবত, কিবা বিষয়ত,
সপোনত কিবা কল্পনাতে ?
ক'ত সুখ-গুটি ফলে-স্বৰগৰ
জ্ঞানে, কৰ্ম্মে, কিবা উভয়তে ?

সুখ মানে সুখ, তুমিয়োতো বুজা—
ময়ো বুজোঁ তাকে, সুখে—সুখ ;
সুখৰ সোৱাদ তুমিয়োতো পোৱা,
ময়ো বুজোঁ যেৱে পাওঁ দুখ।

আছে সুখ সঁচা, আছে সকলোতে
নোহে মৰীচিকা—পৰশমণি ;
মূল্য অমূল্য, কিন্তু বিনামূল্যে
বিচাৰা যদিহে পাবা তুমি।

প্ৰকৃতি নিয়মে বন্ধা তুমি, নৰ,
প্ৰকৃতি নিয়ম নাভাঙিবা ;
তেনেহলে তুমি জানিবা নিশ্চয়
সুখৰ অমৃত হাততে পাবা।

কামনা বিহীন ভাবে সংসাৰত
কৰা কৰ্ম্ম, এৰি মোৰ মোৰ,
শান্তি, সুখ-খনি পাবা হেৰা, জ্ঞানি
মূলতেই ত্যাগ উভয়োৰ।

———o———

# অৱস্থাৰ ৰূপান্তৰ।

কোনে কব পাৰে ? আহা ! পাৰেনে সঁচাকৈ
প্ৰকৃতিৰ এনে হাঁহি মুখ,
দুনাই উজলি কালি ঠিক ইপৰত,
দিব মোৰ পৰাণত সুখ ?

কোনে কব পাৰে ? আহা ! পাৰেনে সঁচাকৈ
মনমোহা আজিৰ সবিতা,
কুঁৱলি আবৰি-থকা দুখ-ভৈয়ামত
কালি দিব কিৰণ এছটা ?

মণি, মৰকত, হীৰা বাথৰে খটোৱা
নিশা যিবা ওপৰত বাজে ;
কোনে কব এচমকা এলান্ধু ডাৱৰ
নাহে বুলি কালি তাৰ মাজে ?

আজি যি নৰৰ হিয়া শান্ত সুনির্ম্মল
সুখপদ্ম ফুটা প্ৰেম-সৰ ;
হব পাৰে কালি তাত ধুমুহাৰ ছাটি,
কি বিচিত্ৰ ! ভাবি চোৱা নৰ !

স্বৰ্গীয় জেউতি যেবে নবালি প্ৰাণত,
চিন্তা-মেঘ সমূলিকে নাই ;
দূৰণিত মৰীচিকা মৰু সংসাৰৰ,
আকঙ্কাই নিয়ে ফুঁ চলাই ।

কত আশা-ফুল ফুটে কল্পনা-বুকত,
শান্তি-সুখ-সৌৰভ বিলায় ;
চকুৰ পলকে দেখো নিৰাশা-বায়ুত
জঁই পৰি সমূলি শুকায় ।

গৌৰব-ৰবিৰ পৰি সোণালী কিৰণ,
দূৰণিত শৃঙ্গ জিলিকয় ;
খোপে খোপে উঠি যাওঁ জীৱন-জখলা
পুনু পৰোঁ হামাখুৰি খাই ।

জীৱনৰ বসন্তত প্ৰেম-মলয়াত,
ফুলি উঠে সৌন্দৰ্য্যকুসুম ;
নাপায় চুমিব অলি, লেৰেলা পৰিল
ফিৰি যায় কৰি গুন্ গুন্ ।

ধনে, জনে ঠাই নাই, বন্ধু বান্ধবেৰে ;
হৰিভৰ আজি ঘৰ যাৰ,
কালি তাৰ ভাগ্যৰবি বাহু-গবাহুত
আঁচন্দ্ৰাই দেখিছে আন্ধাৰ ।

মায়াৰ ভেলেকী বাণে মুগুধ মানব
উত্তাৰল মই বৰ, বৰ ;
গমিও নাচায় হায় ! কালৰ হাতত
নিমিষতে ঘটে ৰূপান্তৰ।

---

## ভুমুকি।

আছিলোঁ নীৰলে মই বহি এচুকত,
কিয় তুমি মাৰিলা ভুমুকি ?
নিলগতে থাকা যদি, আহি কাষৰত
মাজে মাজে কিয় উকি-জুকি ?
এনেনো ধুনীয়া দেহি ! লাৱণী মুখত,
কঠুৱা হৃদয় থকা বলি
কোনেনো জানিব হায় ! বিজুলী-দেহত
মৰাত্মক বিহে ভৰা থলি !
দূৰতেই থাকা তুমি, ওচৰত আহি
থিয় তুমি নিদিবাহে শঠ !
একে জুই জ্বালা, তাতে পিপেলিৰ পথ !
মাথোঁ মোৰ মৰণত,
ভৰি দিবা শিয়ৰত,
হেৰা প্ৰাণসখি !

---

স্বৰ্গীয় জেউতি যেবে লবালি প্ৰাণত,
চিন্তা-মেঘ সমূলিকে নাই ;
দূৰণিত মৰীচিকা মৰু সংসাৰৰ,
আকাঙ্ক্ষাই নিয়ে ফুঁ চলাই ।

কত আশা-ফুল ফুঁটে কল্পনা-বুকত,
শান্তি-সুখ-সৌৰভ বিলায় ;
চকুৰ পলকে দেখো নিৰাশা-বায়ুত
জঁই পৰি সমূলি শুকায় ।

গৌৰৱ-ৰবিৰ পৰি সোণালী কিৰণ,
দূৰণিত শৃঙ্গ জিলিকয় ;
থোপে থোপে উঠি যাওঁ জীৱন-জখলা
পুনু পৰোঁ হামাখুৰি খাই ।

জীৱনৰ বসন্তত প্ৰেম-মলয়াত,
ফুলি উঠে সৌন্দৰ্য্যকুসুম ;
নাপায় চুমিব অলি, লেবেলা পৰিল
ফিৰি যায় কৰি গুন্ গুন্ ।

ধনে, জনে ঠাই নাই, বন্ধু বান্ধবেবে ;
হৰিভৰ আজি ঘৰ যাব,
কালি তাৰ ভাগ্যৰবি ৰাহু-গ্ৰাহত
আঁচন্ত্ৰাই দেখিছে আন্ধাৰ ।

মায়াৰ ভেলেকী বাণে মুগুধ মানৱ
উত্ৰাৱল মই বৰ, বৰ ;
গমিও নাচায় হায় ! কালৰ হাতত
নিমিষতে ঘটে ৰূপান্তৰ।

---

## ভুমুকি।

আছিলোঁ নীৰৱে মই বহি এচুকত,
কিয় তুমি মাৰিলা ভুমুকি ?
নিলগতে থাকা যদি, আহি কাষৰত
মাজে মাজে কিয় উকি-ঝুকি ?
এনেনো ধুনীয়া দেহি ! লাৱণী মুখত,
কঠুৱা হৃদয় থকা বলি
কোনেনো জানিব হায় ! বিজুলী-দেহত
মৰাত্মক বিহে ভৰা থলি !
দূৰতেই থাকা তুমি, ওচৰত আহি
থিয় তুমি নিদিবাহে শঠ !
একে জুই জ্বালা, তাতে পিপেলিৰ পথ !
মাথোঁ মোৰ মৰণত,
ভৰি দিবা শিয়ৰত,
হেৰা প্ৰাণসখি !

---

# দেখিও নেদেখে।

দেখিও নেদেখে মনুজসব,
চিয়ঁৰি চিয়ঁৰি কলে কি হব ?
চকুৰ আগতে কতনা যায়,
তথাপিতো দেখোঁ চেতনা নায়।
কালাকাল নাই সক ডাঙৰ,
বাটকৰা সবে একে বাটৰ।
আজিবা আত্মীয়, কালি বা ভাই,
হিয়া জুৰে কৰা গ'ল পুতাই।
দুদিন পিছতে মোহাৰি হিয়া,
অতি হাৰিয়াৰৰ প্ৰাণৰ প্ৰিয়া।
দুখ, বিপদত মুখ জুৰোৱা,
বান্ধৈ পৰম হ'ল সিফলীয়া
যেনিবা গছত ফলহে আছে
কালে আহি দিয়ে জোকাৰি পাছে।
জুৰ জুৰ কৰি সকলো সবে,
মিছা মোৰ মোৰ মানৱ কৰে।
আক চোৰাচোঁন সেই কৃপণ,
দুহাতে খামুচি সাঁচিলে ধন।
কত খাম-লম তাৰনো আশা !
নাভাবে দেহৰ নাই ভৰসা।
কুকুৰ মৰণে মৰিল কালি,
দেশৰ সকলে পাৰিলে গালি।

ইয়াকেহে ভাবি নিতউ মই,
আপুনা আপুনি পুৰিছোঁ দই !
জুদিনীয়া দেহা দেখে সবাই
হিংসা কপটালি তেৱ সদায়।
তথাপি আকাঙ্ক্ষা দ্বন্দ্ব, খৰিয়াল,
ভাইৰ বিৰুদ্ধে ভাই তৰোৱাল।
মৃত্যুৰ জননী বুঢ়াৰ শিৰে
বিষয় ভোগ তেৱ লাহে ধীৰে!
আহা ! কেতিয়ানো মানৱ সব,
তত্ত্ব জ্ঞান পথে পথিক হব ?
কেতিয়ানো তাৰ ৰিপু সকল,
যেন সাগৰত নদীৰ জল,
চিৰ শান্তি লভি হবহি শাঁত,
পাতি মৰতত স্বৰগী হাট ?

---

# প্ৰেম আৰু ভক্তি।

পবিত্ৰ তুলসীগছ মন্দিৰ কাষত,
গজিছে দুবৰিবন চাৰিও পাশত।
কতবাৰ মালী আহি উঘালি পেলয়,
নিলাজ দুবৰি তেও কাষ নচাৰয়।
তাকে দেখি গৰবতে এজুপি মদাৰ
দুবৰীক এই দৰে কলেহি এবাৰ—
"কিয়নো দুবৰি, তই থাক ইঠাইত,
কিনো তোৰ প্ৰেম এনে তুলসীবাইত ?'
বাৰ বাৰ কতবাৰ ঢউ বিপদৰ,
মাৰ-পিত্ নিতে তোৰ মালীৰ হাতৰ !"
মাটিতে থামোচ মাৰি কৰি নত শিৰ
কলে দুবৰীয়ে কথা পৰম ভক্তিৰ,—
''মদাৰ, আমিত্ব ভাবে জ্ঞান লুপ্ত তোৰ,
নুবুজ পৰম তত্ব ভকতি প্ৰেমৰ।
লক্ষ্য স্থিৰ ৰাখি মই আছোঁ ইঠাইত,
আহক বিপদ মই নোহো ভয়, ভীত।
ফলে, প্ৰতিদিন পদৰেণু ভকতৰ
ধুই দিয়ে পাপ-মলি মনৰ মানৰ।
তাতেতো আজি সে মই দেৱ-অৰ্চ্চনাত
ভাগ পাওঁ তুলসীৰ লগতে পূজাত।
অপুচ পূজাত তই নিলগ প্ৰাণত,
আমিত্বৰ পৰিণাম এয়েই শেহত।"

---

# এথোপা ।

স্বাৰ্থহীন সজকাম সদায় অমৰ,
তোমাকেহে থাকে বাট চাই ;
বিৰহিণী নাৰী যেন প্ৰবাসী স্বামীৰ,
আগমন থাকেহি থিয়াই ।

সজ উপদেশ আৰু সৰল বান্ধৱ,
দুটি ফুল বিশ্ব-ফুলনিত ;
কবি কয়, পূজা পালে ইদুটি ফুলেৰে
থাকোঁ মই পৰি বননিত ।

অসূয়া, মনৰ ৰোগ, চিকিৎসা বিহীন ;
এপালি দৰৱ গুণকাৰী ;
নহওঁ আপুনি বেজ, শিকালে জ্ঞানীয়ে,
চিনি লবা 'প্ৰেম' নামধাৰী ।

---

# প্ৰেম আৰু ভক্তি।

পবিত্ৰ তুলসীগছ মন্দিৰ কাষত,
গজিছে দুবুৰীবন চাৰিও পাশত।
কতবাৰ মালী আহি উঘালি পেলায়,
নিলাজ দুবুৰী তেও কাষ নচাৰয়।
তাকে দেখি গৰবতে এজুপি মদাৰ
দুবুৰীক এই দৰে কলেহি এবাৰ—
“কিয়নো দুবুৰি, তই থাক ইঠাইত,
কিনো তোৰ প্ৰেম এনে তুলসীবাইত?’
বাৰ বাৰ কতবাৰ ঢউ বিপদৰ,
মাৰ-পিত্ নিতে তোৰ মালীৰ হাতৰ!”
মাটিতে থামোচ মাৰি কৰি নত শিৰ
কলে দুবুৰীয়ে কথা পৰম ভক্তিৰ,—
‘‘মদাৰ, আমিত্ব ভাবে জ্ঞান লুপ্ত তোৰ,
নুবুজ পৰম তত্ত্ব ভকতি প্ৰেমৰ।
লক্ষ্য স্থিৰ ৰাখি মই আছোঁ ইঠাইত,
আহক বিপদ মই নোহো ভয়, ভীত।
ফলে, প্ৰতিদিন পদৰেণু ভকতৰ
ধুই দিয়ে পাপ-মলি মনৰ নামৰ।
তাতেতো আজি সে মই দেৱ-অৰ্চ্চনাত
ভাগ পাওঁ তুলসীৰ লগতে পূজাত।
অপূচ পূজাত তই নিলগ ত্ৰাণত,
আমিত্বৰ পৰিণাম এয়েই শেহত।”

---

# এথোপা।

স্বাৰ্থহীন সজকাম সদায় অমৰ,
তোমাকেহে থাকে বাট চাই ;
বিৰহিণী নাৰী যেন প্ৰবাসী স্বামীৰ,
আগমন থাকেহি খিয়াই।

সজ উপদেশ আৰু সবল বান্ধৱ,
দুটি ফুল বিশ্ব-ফুলনিত ;
কবি কয়, পূজা পালে ইদুটি ফুলেৰে
থাকোঁ মই পৰি বননিত।

অসূয়া, মনৰ ৰোগ, চিকিৎসা বিহীন ;
এপালি দৰৱ গুণকাৰী ;
নহওঁ আপুনি বেজ, শিকালে জ্ঞানীয়ে,
চিনি লবা 'প্ৰেম' নামধাৰী।

---

## স্তুতিপাঠ।

কোৱা নাথ, কোনদিন দীন, অধম, হীন,
ত্যজি মোহ, কামনাৰ পাশ,
প্ৰেম বান্ধি তটিনীৰ পাৰ শান্তিময় নীৰ
নই তুৱা দাসৰো দাস ?

ফুৰিলোঁ কতনা দেশ, ধৰিলোঁ কতনা বেশ,
উৰাদিহ নাই দেখো তাৰ ;
নহবনে দয়াময়, ইবাৰ করুণাময়,
অন্ত মোৰ দুঃখ, যাতনাৰ ?

জয় নমো নিত্যানন্দ, পুৰুষ পৰমানন্দ,
চিন্ময়, অব্যয়, সনাতন ;
নিত্য স্বৰূপানন্দ, সহজা হৃদয়ানন্দ,
স্ৰজন, পালন, সংহৰণ।

অপাৰ মহিমা যাৰ বায়ু পানী, সবিতাৰ
জোনৰ শ্ৰীমুখে শোভা পায় ;
প্ৰকৃতিৰ ৰমণীয়, সুচিকণ, কমনীয়
জোনাকী কান্তিয়ে দেখুৱায়।

উষাৰ মোহিনী ৰূপ, ৰাজ চক্ৰবৰ্ত্তী ভূপ,
যাৰ তেজে প্ৰকাশ কৰয় ;
যাৰ ৰাঙা চৰণত, সমূহ ভূপতি যত
নত শিৰে মানে পৰাজয়।

যাৰ ৰক্ষা নিয়মত গ্ৰহ, তৰা আকাশত,
পৃথিবীত ঋতুৰ উদয় ;
নামামৃত পানে যাৰ মহা ভক্ত সবাকাৰ
ত্ৰিতাপৰ দুঃখ শাঁত হয়।

তাৰ পদ-কমলত, উৰি কোন সময়ত
মোহে অন্ধ মোৰ মন-অলি,
দুতাহতে মধু খায় ক্ষুধা, তৃষ্ণা মাৰ যায়
অচেতন হই পৰে ঢলি।

---

অন্ত

লিখকৰ আন কিতাপ :—

ফুলৰ মালা।

সৰস সদ্ভাবপূৰ্ণ ওখভাবৰ কবিতাৰে
মনমোহাকৈ দুপোৱা—বেচ ।।০ আনা।

---

Printed by TARAPRASANNA DAS GUPTA,
AT THE SANSKRIT PRESS.
[illegible]